# সাহিত্য-সংগ্ৰহ

কলিকতা বিশ্ববিদ্যালয়ৰ

১৯০৫ চনৰ এণ্ট্ৰেন্সৰ পাঠ্য

প্ৰকাশক

মহেশ্বৰ গোস্বামী

গুৱাহাটী

*SAHITYA-SANGRAHA, a selection of prose and verse for the Entrance Course of Calcutta University for Assamese for 1905. The present edition published by Srimati Bimali Goswami, Guwahati-1*

প্ৰথম ছপা ১৯০৪

দ্বিতীয় ছপা ১৯৮২



বেচ ৮ টকা

ছপা ঃ নবাইঘাট প্ৰিন্টাৰ্ছ, গুৱাহাটী-৭৮১০০৩



৺মহেশ্বর গোস্বামী

জন্ম ১৭৬৫ শক     মৃত্যু ১৮৩১ শক

# ভূমিকা

একালত কিছুমান দামোদৰপন্থী লোকে পৰম্পৰাগত ব্ৰাহ্মণৰ ওলোটা আৰোৱন শূদ্ৰ গুৰু শঙ্কৰদেৱ আৰু মাধৱদেৱৰ দ্বাৰা প্ৰচাৰিত ভাগৱতী ধৰ্মত নানান ত্ৰুটি উলিয়াবলৈ যত্ন কৰিছিল, দামোদৰদেৱৰ পন্থাও যে একশৰণীয়া ভাগৱতী এই কথা পাহৰাব দৰে হৈছিল। ইয়াৰ ফলত যি বিতৰ্ক চলিছিল তাৰ আভাস পুৰণি বাঁহী আদি আলোচনীৰ পাতত বিচাৰিলে এতিয়াও পায়। এই বিতৰ্কত যোগ দিয়াসকলৰ এজন আছিল মহেশ্বৰদেৱ গোস্বামী মুক্তিয়াৰ (ধৰ্মমতৰ সমস্যা, বাঁহী ৩/১২, ১৮৩৪ শক)। গোস্বামী-দেৱৰ এটি উক্তি: " মহাপুৰুষ ৺দামোদৰদেৱে বৈদিকী, তান্ত্ৰিক, বৈষ্ণৱী দীক্ষা গ্ৰহণ কৰি আগম নিগম উভয় পথকে চলাই গৈছে।" এই গোস্বামীৰ দৃষ্টিভঙ্গীৰ চানেকি এটিহে দিছোঁ, কোনো বাক-বিতণ্ডা সৃষ্টি কৰিবলৈ মন কৰা নাই। এওঁৰ যুক্তি-তৰ্কৰ সামধান বাঁহীৰ সম্পাদকে একেখন কাকততে নিদিয়াকৈ থকা নাছিল।

সত্তৰ আশী বছৰ আগেয়ে অসমীয়া উচ্চশিক্ষিত ভদ্ৰলোকৰ সংখ্যা সৰহ নাছিল— গ্ৰেজুৱেটেই আধা ডজন আছিলনে নাই সন্দেহৰ কথা! পুৰণি 'আসাম-বন্তি' চালে গম পোৱা যায় যে হাইস্কুলৰ মাষ্টৰ পদৰ কাৰণেই গ্ৰেজুৱেট নোপোৱা গৈছিল, যি দুই এজন ওলাইছিল তেওঁলোকে চব-ডেপুটি নাইবা হাকিম পদ পাইছিল (আসাম-বন্তি, ৩ জুলাই ১৯০৫)। এনেকুৱাতো শিক্ষা অনগ্ৰসৰ হোৱা সত্বেও সেই কালত বহুতো লোকে আলোচনীবিলাকত সমাজ, ধৰ্ম, বিদেশ (ভ্ৰমণ) আদি বিষয়ত নিজৰ মতামত নাইবা অভিজ্ঞতা বৰ্ণনা কৰি সংস্কৃতিৰ চৰ্চাত কিছু অৰিহণা নোযোগোৱাকৈ থকা নাছিল। মহেশ্বৰদেৱ গোস্বামীৰ শিক্ষা সত্ৰৰ ছাত্ৰবৃত্তি পাবৰ বেছি ওপৰলৈ উঠা নাছিল। তেওঁ জীৱিকাৰ অৰ্থে অনুশীলন কৰিছিল আইন। তেওঁ পণ্ডিত পৰিয়ালৰ সন্তান নাছিল। তথাপি তেওঁ দুই-চাৰিখন পুথিৰ পাত লুটিয়াইছিল আৰু নিজৰ সীমাবদ্ধ জ্ঞান-বুদ্ধিৰে যি ঠিক বুলি ধাৰণা কৰিছিল

সেই বিষয়ে তুলনাৰ লিখিবলৈ পিচপোহকা নাছিল। এইখিনি কথা মনত ৰখা যুগুত। গোস্বামীদেৱে যে অকল এন্ট্ৰেন্সৰ পাঠ্য 'সাহিত্য-সংগ্ৰহ' কিতাপখনেই ছপাই উলিয়াইছিল এনে নহয়, আনন্দচন্দ্ৰ দেৱ গোস্বামী বেদান্ত-বিশাৰদ কবিবিশাৰদৰ সহযোগত 'ভৱিষ্যত কথা বা সন্তচৰিত' নামৰ পুথি এখনো প্ৰকাশ কৰিছিল। কবিচন্দ্ৰ ৰচিত এই পুথিখনত "কলিত মানুহক মুক্তি দিবলৈ দেৱতা আৰু দেৱৰ্ষিসকলে কেনেকৈ স্বৰ্গত গোট খাই আলচ পাতি শঙ্কৰদেৱ, দামোদৰদেৱ, হৰিদেৱ, বংশীদেৱৰূপে পৃথিৱীত জন্মগ্ৰহণ কৰিছিল তাৰ বিৱৰণ" পোৱা যায় (বাঁহী ৫/১২, ১৮৩৬ শক)।

আনন্দচন্দ্ৰ দেৱ গোস্বামীয়ে সত্ৰৰ কবিৰাজী কৰিছিল আৰু পিচলৈ মুৰৰ বিকাৰ হোৱাত উজানবজাৰৰ বাটে ঘাটে ঘূৰি ফুৰিছিল। সক্কালি তেওঁক দেখা মনত পৰে। 'সাহিত্য-সংগ্ৰহ' ছপা সম্পৰ্কত গোস্বামীদেৱে মন্তব্য কৰিছিল এইদৰে, "মই কোনো লাভৰ আশাৰে এই কামত হাত দিয়া নাই। কেৱল যোগ্যতৰ আৰু ধনৱন্ত দেশহিতৈষী ভাতৃবৰ্গসকলৰ ভিতৰত কোনেও কৰ্চখনি প্ৰকাশ কৰিবলৈ আগ নবঢ়া দেখি, কৰ্চৰ অভাৱত ছাত্ৰবিলাকৰ পঢ়াত ব্যাঘাত ঘটিব বুলি ভাবিহে মই ইয়াক হাতত লওঁ। এইখনি প্ৰথম এন্ট্ৰেন্স কৰ্চ।" কিতাপখনৰ আৰ্হি-কাকত শুধৰাইছিল বেজবৰুৱাই। 'সাহিত্য-সংগ্ৰহ'ৰ ৰচনাবিলাকৰ বাছনি কৰি দিছিল কলিকতা বিশ্ববিদ্যালয়ে (মাধৱচন্দ্ৰ বৰদলৈ, হেমচন্দ্ৰ গোস্বামী আদি লোকৰ উদ্যোগত ?)। এইবিলাকৰ ভিতৰত দুখনমান ৰচনা উল্লেখযোগ্য, যেনে— ৰত্নেশ্বৰ মহন্তৰ 'জয়মতী কুঁৱৰী', গুণাভিৰাম বৰুৱাৰ 'আগৰ দিন'। লম্বোদৰ বৰাৰ 'আনন্দৰাম বৰুৱা'ত স্বদেশপ্ৰীতি স্পষ্ট। ১৮৯৫ চনত মাধৱচন্দ্ৰ বৰদলৈয়ে মাধৱ কন্দলিৰ ৰামায়ণ ছপাই উলিয়ায়। 'সাহিত্য-সংগ্ৰহ'ৰ পদ্যভাগত ৰামায়ণৰ এক নূতন অংশ সোমাইছে। উনবিংশ শতিকাৰ কবিসকলৰ ভিতৰত চন্দ্ৰকুমাৰ আৰু আনন্দচন্দ্ৰৰ নামৰ শেহত আছে গুপ্ত উপাধি, আগৰৱালা নহয়।

এই প্ৰসঙ্গত মহেশ্বৰদেৱ গোস্বামীৰ অৱদান নহিবা গাঁৱৰ বিষয়েও কিঞ্চিৎ কোৱা যাওক, কিয়নো মইও মূলত এই গাঁৱৰ মানুহ। গাঁওখন প্ৰকাণ্ড, প্ৰবাদমতে ইয়াৰ সিথি আছিল। নহিবাত দামোদৰদেৱৰ শিষ্য সত্ৰভূষণৰ পৰম্পৰাৰ এখন সত্ৰ আছিল। ঘটনাক্ৰমত সত্ৰখন তুলাপ কৰ (১৮৪৪) আৰু এতিয়াও মোৰ পূৰ্বপুৰুষসকলে মহাপুৰুষীয়া সত্ৰ এখন প্ৰতিষ্ঠা

কৰে। দামোদৰীয়া সত্ৰখনৰ প্ৰথম মহন্ত মনাই বা বিষ্ণুপ্ৰসাদে ৰচনা কৰা 'ভক্তিগোবিন্দ' নামে পুথি এখন পোৱা যায়। এইখন অপ্ৰকাশিত আৰু তাৰ সাহিত্য গুণো উল্লেখযোগ্য নহয়। বিষ্ণুপ্ৰসাদৰ নামত আন এখন সৰু পুথি পোৱা যায়। তাত তান্ত্ৰিক প্ৰভাৱ চকুত পৰে। নহিৰাৰ প্ৰথম গ্ৰেজুৱেট কুমাৰৰ সন্তান ভাৰতচন্দ্ৰ দাস, এওঁ মানিকচন্দ্ৰ বৰুৱাৰ সহায়ত হাকিম পদ লাভ কৰিছিল। এওঁ "খেতি" আদি কৰি দুখনমান কিতাপো ৰচনা কৰিছিল। দ্বিতীয় গ্ৰেজুৱেট মোৰ খুৰা দেৱদত্ত দেৱ গোস্বামী। এওঁ শিক্ষক আছিল। গাওঁখনৰ প্ৰথম উল্লেখযোগ্য সাহিত্যিক 'বেণু' আদি কিতাপৰ ৰচক আৰু পৰেকীয়া 'অৰ্থাৰ' প্ৰতিষ্ঠাতা মোৰ পিতৃ সিংহদত্ত দেৱ গোস্বামী। এওঁৰ পত্নীৰ অৰ্থাৎ মোৰ মাৰ মোমায়েক আছিল কুমুদেশ্বৰ গোস্বামী আৰু 'সাহিত্য-সংগ্ৰহ'ৰ বৰ্তমান প্ৰকাশিকা শ্ৰীমতী বিমলা গোস্বামীৰ স্বামী খৰ্গেশ্বৰ গোস্বামী—দুয়ো মহেশ্বৰদেৱ গোস্বামীৰ পুত্ৰ। মোৰ আইতা শ্ৰীমতী গোস্বামীয়ে কিতাপখন পুনৰ প্ৰকাশ কৰি স্বৰ্গত শহুৰেকৰ স্মৃতি সজাগ কৰিছে এনে নহয়, অসমীয়া সংস্কৃতিৰ বুৰঞ্জীৰো এডোখৰ উদ্ধাৰ কৰিছে। এওঁ আমাৰ সকলোৰে শলাগৰ পাত্ৰ।

৬।১২।৮০ — শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী

# প্ৰকাশকৰ একাষাৰ

আজি প্ৰায় তিনিকুৰি এঘাৰ বছৰ আগতে পৰলোক প্ৰাপ্তি হোৱা ৺মহেশ্বৰ গোস্বামীদেৱৰ সময় বালিত এৰি যোৱা খোজবোৰে আমাক আকৌ এবাৰ মনত পেলাই দিয়ে তেখেতৰ জীৱনৰ কাৰ্য্যকলাপবোৰলৈ, বিশেষকৈ আইন-আদালতৰ লগত জড়িত থকা লোক এজনেও যে' একালত জাতীয় স্বাৰ্থৰ হকে এণ্ট্ৰেন্স কোৰ্চৰ পাঠ্য 'সাহিত্য সংগ্ৰহ' ছপাই দিছিল (১৯০৪) সেই কথালৈ। মোৰ ক্ষেত্ৰত ইয়ো এক জাবৰ খুচৰি মুকুতা পোৱাৰ দৰেই। আজি প্ৰায় আঠ ন বছৰ আগৰ কথা। এদিন পুৰণি কিতাপ কাগজ থকা বাকচ এটা চাফা কৰোঁতে কিছুমান উঁই পোকে খোৱা কাগজ কিতাপৰ মাজত হঠাৎ মোৰ চকু পৰিল মোৰ শহুৰ ৺মহেশ্বৰ গোস্বামীৰ নাম থকা কাগজৰ ফলা পাত এটাত। পাতখিলাত আছিল এখন সৰু পাতনি আৰু তলত ৺মহেশ্বৰ গোস্বামীৰ স্বাক্ষৰ। পাতনিখন পঢ়ি মনটো মোৰ বৰ ভাল লাগিল।

পাতনিখনত লিখা কথাখিনিৰ সাৰমৰ্ম আছিল এটাই—"কলিকতা বিশ্ববিদ্যালয়ৰ পৰাক্ষীসকলে অসমীয়া সাহিত্যৰ যিবিলাক প্ৰবন্ধ মনোনীত কৰি এণ্ট্ৰেন্স কোৰ্চ যুক্ত কৰিবৰ আদেশ কৰিছে সেই প্ৰবন্ধবিলাককে একেলগ কৰি কিতাপ আকাৰে মই প্ৰকাশ কৰিলো।"

পাতনিখন পঢ়ি চাই সেই সময়ৰ এণ্ট্ৰেন্স পৰীক্ষাৰ পাঠসমূহনো কেনেকুৱা আছিল মোৰ পঢ়ি চাবলৈ আগ্ৰহ জন্মাত পঢ়ি চালো। কিন্তু কিতাপখনৰ পৃষ্ঠাবোৰৰ পাঠোদ্ধাৰ কৰিবলৈও যথেষ্ট পৰিমাণে কষ্ট কৰিবলগীয়া হৈছিল। কাৰণ উঁই পোকে কুটি শেষ কৰা কাগজবোৰৰ মাজৰ পৰা পৃষ্ঠা মিলাই মিলাই লোৱাটো বৰ সহজ কথা নাছিল। যি কি নহওক, সেই ফটা কাগজৰ দমটোৰ মাজৰপৰা কিতাপখনৰ কেইখিলামান পাতৰ বাহিৰে বাকীখিনি উদ্ধাৰ কৰিলো।

এদিন গুৱাহাটী আলোচনা চক্ৰত কথা প্ৰসংগত কিতাপখনৰ কথা উলিয়ালো। তেতিয়া চক্ৰধাৰী বি. বৰুৱা কলেজৰ অধ্যক্ষ প্ৰবোধ ভট্টাচাৰ্য্য

তাঙৰীয়াই কিতাপখন আগ্ৰহেৰে চাবলৈ বিচৰাত মই দিছিলোঁ। আৰু তেখেতে চাৰিজন জ্ঞানবন্ত চক্ৰধাৰীৰ লগত কিতাপখনৰ বিষয়ে আলোচনা কৰি মোক কলে যে এই কিতাপখন পুনৰ ছপা কৰি উলিয়াব লাগে। কাৰণ এইখন এখন বৰ মূল্যবান গ্ৰন্থ। মই তেতিয়া কিতাপখন পুনৰ প্ৰকাশ কৰি ৰাইজৰ আগলৈ উলিয়াই দিবলৈ সিদ্ধান্ত কৰি কিতাপখনৰ লগতে ৺মহেশ্বৰ গোস্বামী দেৱৰ চমু জীৱনী এটাও তাত সন্নিবিষ্ট কৰিব পাৰিমনেকি বুলি সোধাত অধ্যাপক ৰজনীকান্তদেৱ শৰ্মাদেৱে কলে, তেখেতৰ জীৱনী ইমান দিনে নোলোৱাটোহে আচৰিত। ৺মহেশ্বৰ গোস্বামীৰ জীৱনী বহুদিন আগতেই ওলাব লাগিছিল। আমি জনাত তেখেতে কষ্ট কৰি ঘটা মা-সম্পত্তি তেখেতৰ দুই পুত্ৰ ৺কুমুদেশ্বৰ গোস্বামী আৰু ৺খৰ্গেশ্বৰ গোস্বামীদেৱে ভোগ কৰাৰ উপৰিও তেখেতৰ উত্তৰ পুৰুষসকলেও আজিকোপতি ভোগ কৰি আছে।

শ্ৰীযুত ৰজনী শৰ্মাদেৱৰ উৎসাহ উদ্দীপনাত মই মোৰ শহুৰৰ জীৱনী লিখিবলৈ প্ৰেৰণা পাওঁ।

৺মহেশ্বৰ গোস্বামী উদ্যমী আৰু কষ্টসহিষ্ণু পুৰুষ আছিল। তেখেতৰ জন্ম ১৭৬৫ শকৰ ২৩ চ'তত ইংৰাজীমতে ১৮৪৪ খৃঃ, আৰু মৃত্যু ১৮৪১ শকৰ ১১ বহাগত অৰ্থাৎ ইংৰাজীমতে ১৯১৯ খৃষ্টাব্দ। জন্ম হয় দক্ষিণ কামৰূপৰ নহিৰা সত্ৰত। তেখেতৰ পিতৃদেৱৰ নাম আছিল ৺কামদেৱ গোস্বামী।

তেখেত যদিও অভিজাত সত্ৰাধিকাৰ বংশত উপজিছিল, তথাপি তেখেতক বোধকৰোঁ সত্ৰীয়া বিধি-ব্যৱস্থাই বৰকৈ আকৰ্ষণ কৰিব নোৱাৰিলে। কাৰণ তেখেতে সত্ৰ এৰি বাহিৰৰ জগতখনলৈ ওলাই আহিছিল, যদিও আৰ্থিক অভাৱ অনাটন আহিবলৈও হয়তো তেখেতে ঘৰ এৰি বাহিৰলৈ ওলাই আহিবলগীয়াত পৰিছিল। তেখেতৰ শিক্ষা কিমান আছিল জনা নগ'ল।

৺মহেশ্বৰ গোস্বামীদেৱে ১২ বছৰ বয়সতে ৯ বছৰীয়া ৺মহেশ্বৰী দেৱীক বিয়া কৰাই, মাক-পিতাকৰ লগত এৰি থৈ মুক্তিমাৰি পঢ়িবলৈ গুৱাহাটীলৈ আহে। গুৱাহাটীলৈ আহি প্ৰথমতে থকা খোৱাৰ বৰ সমস্যাত পৰে। কাৰণ নিজাকৈ ঘৰ এটা লৈ থাকিবলৈকো আৰ্থিক অৱস্থা মুঠেই সবল নাছিল।

সেই সময়ত নহিৰাৰ পৰা গুৱাহাটীলৈ আহিবলৈ আজিকালিৰ দৰে যান-বাহনো নাছিল। সদায় বিশ একৈশ মাইল খোজ কাঢ়ি অহা যোৱা

কৰাও সম্ভৱ নাছিল। যান-বাহন বুলিবলৈ তেতিয়াৰ দিনত ইখন গাঁৱৰ পৰা সিখন গাঁৱলৈ যাবলৈ হ'লে, গৰু-ম'হৰ গাড়ীহে ব্যৱহৃত হৈছিল। কিন্তু সেইবোৰ সদায় পোৱা নগৈছিল আৰু পালেও, নিতৌ নহিবাৰ পৰা গুৱাহাটীলৈ আহি পঢ়াটো সম্ভৱ নাছিল। গতিকে তেখেতে ৺পুৰুষোত্তম শৰ্মা নামৰ এজন লোকৰ দেৱ-গৃহৰ পূজা-সেৱা কৰি তাতে থাকি পঢ়া স্থিৰ কৰিলে। ৺পুৰুষোত্তম শৰ্মাৰ ঘৰ আছিল বৰ্তমান উজানবজাৰ বাৰোৱাৰী পূজাঘৰৰ ওচৰতে।

তেখেতৰ কৰ্ম আৰু বিদ্যা একেলগে আৰম্ভ হয়। ৺গোস্বামীদেৱে নিজেই ৰান্ধি বাঢ়ি খাইছিল। কাৰণ সেই সময়ৰ জাতিভেদ উচ্চ নীচৰ সমাজৰ বাক্সোন মতে আনে সিজাই দিয়া অন্ন গোসাঁইসকলৰ অগ্ৰহণীয় আছিল। সেয়েহে ব্ৰাহ্ম মুহূৰ্ত্তৰ পৰাই তেখেতৰ কৰ্মজীৱনৰ আৰম্ভ হয়। ব্ৰাহ্ম মুহূৰ্ত্তত উঠি তেখেতে ব্ৰহ্মপুত্ৰলৈ আহি স্নান কৰি একলহ পানী লৈ যায়। তাৰ পিচত গোসাঁই ঘৰ মচি, গোসাঁইৰ সাজ বাচন ধুই, ফুল তুলি বিধিমতে গোসাঁইৰ পূজা সেৱা কৰি উঠিহে খুটামান চাউল সিজাই খায়মানে পাঠশালালৈ যাবলৈ হয়েই। গতিকে পঢ়া-শুনা কৰিবলৈ সময়ে নাপায়। সেয়েহে তেখেতে দিনৰ ভাগত প্ৰায়ে বজা-বঢ়া নকৰিছিল! ৰাতিয়ে গামোচাত বান্ধি কোমল চাউল কেইটামান তিয়াই থৈ ৰাতিপুৱা যাবতীয় কাম কাজৰ পাচত অলপ পঢ়া-শুনা কৰি উঠি কোমল চাউলকেইটা নিমখ অলপ লৈ তাৰে খাই পাঠশালালৈ গৈছিল। ৰাতিৰ সাজো অতি সংক্ষেপে ৰান্ধি খাই সময় উলিয়াই কষ্টেৰে পঢ়া-শুনা কৰি মুক্তিয়াৰি পাছ কৰিছিল। তেখেতে এন্ট্ৰেন্স পৰীক্ষা পাছ কৰিছিল নে নাই জনা নাযায়।

মুক্তিয়াৰ হৈ তেখেতে আইনব্যৱসায়ত লাগি যায় আৰু প্ৰথমতে গুৱাহাটীত থাকিব পৰাকৈ বৰ্ত্তমান উজান বজাৰৰ নাটমন্দিৰৰ ওচৰতে কোনোবা এজোখৰত সৰু ঘৰ মাটি অলপ কিনি ৺পুৰুষোত্তম শৰ্মাৰ ঘৰৰ পৰা গুচি আহি তাতে থাকিবলৈ লয়।

কৰ্মব্যস্ত জীৱনৰ মাজতো তেখেত মাজে সময়ে গাঁৱৰ ঘৰলৈ গৈছিল আৰু পত্নীকো গুৱাহাটী দেখুৱাবলৈ লৈ আহি তেখেতৰ বন্ধু-বান্ধৱ ৺সত্যনাথ বৰা, ৺ঈশ্বৰপ্ৰসাদ বৰুৱা আদি লোকৰ ঘৰৰ লগত চিনাকি কৰি দিছিল। মাজে সময়ে সেই পৰিয়ালবোৰৰ মহিলাসকলে পাহ আইক লগত লৈ

ঘূৰিবলৈয়ো গৈছিল। শ্ৰীযুতা ৰবানীয়ে কেতিয়াবা পাহ আই বিয়া-বিহুলৈ যাবলগীয়া হ'লে নিজৰ কাপোৰ-গহনাৰে সুসজ্জিত কৰি লৈ গৈছিল আৰু কেতিয়াবা তেখেতক ঘৰত থবলৈ নহিবালৈয়ো গৈছিল।

এইদৰে কিছুদিন চলাৰ পিচত শ্ৰীযুত গোস্বামীদেৱৰ আৰ্থিক অৱস্থা টনকিয়াল হৈ আহিল। অৱশ্যে কিমান দিন পিচত তেখেত ভাল মুক্তিয়াৰ হৈ উঠিছিল নাজানিলো যদিও তেখেতে এৰি যোৱা মা-সম্পত্তি ঐশ্বৰ্য্য-বিভূতিৰ পৰা জানিব পাৰি যে তেখেত এজন ভাল মুক্তিয়াৰ আছিল। কাৰণ বৰ্ত্তমানেও ৺মহেশ্বৰ গোসাঁইৰ বিমানজ্যোৰ পৰিয়াল আছে সেই সকলোবোৰেই তেখেতৰ মাটি-বৃত্তিৰেই মানুহ হৈ উঠিছে।

তেখেতে মুক্তিয়াৰি কৰিয়ে অসমৰ নামনি অঞ্চলত "কামৰূপৰ জমিদাৰ" বুলি জনাজাত হৈছিল আৰু আজি অলপ দিন আগলৈকে তেখেতৰ পুত্ৰ-সকলো জমিদাৰৰ ঘৰৰ বুলিয়ে খ্যাত আছিল। তাৰ প্ৰমাণ স্বৰূপে চৰকাৰৰ 'চিলিং এক্ট'ৰ ফলত ৺মহেশ্বৰ গোসাঁইৰ জমিয়েই অধিকাংশ বাজেয়াপ্ত হৈছিল। সেই সকলো মাটি-জমি তেখেতে মুক্তিয়াৰি কৰিয়ে কৰা আছিল।

তেখেতে হেনো আইনৰ যি খত লিখিছিল সেই খত দেখি আইনজ্ঞ ইংৰাজ চাহাবসকলো মুগ্ধ হৈছিল। কিবা সূত্ৰত হেনো গুৱাহাটীৰ কমিচনাৰ বেটিজ চাহাবে এশ টকাতে গোটেই উজান বজাৰখন মোৰ শহুৰক যাচিছিল। পিচে তেখেতে গোটেই উজান বজাৰখন নলৈ বৰ্ত্তমান আমি বসবাস কৰা ব্ৰহ্মপুত্ৰৰ পাৰৰ এই মাটিখিনি আৰু বৰ্ত্তমানৰ মৰিয়া পট্টিখন ৰাখিছিল আৰু আমি এইখন ঘৰলৈ বোৱাৰী হৈ অহাৰ পিচলৈও মৰিয়া পট্টিখন শহুৰৰ অধীনতে আছিল। পিচে মৰিয়া পট্টিত বসবাস কৰি থকা ৰাইজসকলে ধৰকৈ ধৰাত তেখেতৰ দুই পুত্ৰই নামমাত্ৰ ধনৰ বিনিময়ত ৰাইজসকলক সেই ভূমি দি দিয়ে।

পিচত মোৰ শহুৰে খেতি-বাতি কৰা মাটি লবলৈ মন কৰাত বেটিজ চাহাবে মাইলাভা নামৰ এখন খাত লবলৈ দিয়ে। সেই খাতখনৰ সেই সময়ৰ গৰাকী আছিল ৺গৰ্গৰাম চৌধুৰী নামৰ এজনা ধনী মহাজন। মহাজনৰ আকৌ চৰকাৰৰ লগত খাতখনৰ লেন-দেনৰ বিষয়ে কিবা মনো-মালিন্য হৈছিল আৰু মোৰ শহুৰে সেই খাতখন লবলৈ যাওঁতে মহাজনৰ লগত আইন যুদ্ধ কৰিবলগীয়াত পৰিছিল। কথিত আছে সেই আইন যুদ্ধ

কৰোঁতে চৌধুৰী ডাঙৰীয়াই হেনো হাতীৰ পিঠিত গুটি টকাৰ মোনা বোজাই কৰি আনিছিল। পিচে মোকৰ্দ্দমাত তেখেতৰ পৰাজয় হৈছিল আৰু পৰাজয় হোৱাৰ পিচত কাছাৰীৰ পৰা ওলায়ে তেখেতে মোৰ শহুৰৰ কৰমৰ্দ্দন কৰি কৈছিল, গোসাঁই আজিৰ পৰা মাইলাতা খাত আদোনাৰ। শহুৰৰ জীৱনত ঘটা এনেধৰণৰ সৰু সৰু ঘটনাবোৰ মই শুনিছিলো মোৰ অতি শ্ৰদ্ধাভাজন ৺মীন বৰদলৈৰ মুখৰ পৰা। ৺বৰদলৈ আমাৰ পৰিয়ালৰে এজনৰ দৰে আছিল আৰু তেখেতক মই পিতৃবৎ শ্ৰদ্ধা কৰিছিলো আৰু তেখেতৰ পৰা যথেষ্ট স্নেহো লাভ কৰিছিলো। ৺বৰদলৈ দেৱৰ কাৰণে আমাৰ ঘৰৰ দুৱাৰ সদায় মুকলি আছিল আৰু যি কোনো সময়তে তেখেত আমাৰ ঘৰলৈ আহিছিল। আমি অতীতৰ সঁচা সাধুবোৰ শুনিবলৈ তেখেতক কেতিয়াবা আমাৰ ঘৰত ৰাতিও ৰাখিছিলো। তেখেতৰ মুখৰ পৰা শুনা বঙ্কিম গ্ৰন্থাৱলীৰ কাহিনী-বোৰ আমাৰ আজিও ভালদৰে মনত আছে। তেখেতে কোৱা সাধুবোৰ কোৱাৰ ভংগিমাসমূহ আজিও মোৰ চকুৰ আগত স্পষ্টভাৱে ভাহি আছে।

তেখেতে কেতিয়াবা আমাক কিতাপৰ সাধুৰ পৰিবৰ্তে আমাৰ ঘৰৰ সাধু কৈছিল। ঘৰৰ সাধু মানে মোৰ শহুৰৰ জীৱনৰ সাধু, যাৰ বাবে মই আজি মোৰ শহুৰৰ জীৱনৰ সামান্য আভাস দিবলৈ সাহস গোটাব পাৰিছো। ৺বৰদলৈ ঋষিতুল্য লোক আছিল। মোৰ শহুৰৰ জীৱনী লিখোতে তেখেতৰ স্মৃতিও ৰোমন্থন কৰিবলৈ পাই মই আনন্দিত হোৱাৰ উপৰিও নিজকে ধন্য মানিছো। এইখিনিতে মোৰ মনত খেলোৱা এটা ভাবৰ কথা কওঁ। ৺বৰদলৈ ডাঙৰীয়াই শহুৰৰ সাধু কওঁতে তেখেতে প্ৰকাশ কৰা গ্ৰন্থ-খনৰ কথা কিয় বাৰু এবাৰো উল্লেখ কৰা নাছিল। উল্লেখ কৰাহেঁতেন শহুৰৰ বিষয়ে আৰু বহুতো কথা হয়তো আমি জানিব পাৰিলোহেঁতেন। এই পুথিখনৰ বিষয়ে ঘৰৰো কাৰোপৰা মই কেতিয়াও শুনা নাছিলো।

সেয়ে মই আজি ভাবো মোৰ শহুৰ নিশ্চয় এজন নীৰৱ কৰ্মী আছিল। নীৰৱতাৰ মাজেৰেই অসমীয়া জাতি এটা গঢ়ি উঠাৰ উদ্দেশ্যেৰে ছাত্ৰ-ছাত্ৰীৰ প্ৰতি এই মহান অৱদান তেখেতে আগ বঢ়াইছিল।

মোৰ শহুৰৰ বিষয়ে আৰু এগৰাকী মানুহৰ পৰা মই কিছু কথা শুনিছো। তেখেত হৈছে উকীল ৺অম্বিকাপ্ৰসাদ গোস্বামীৰ পৰিবাৰ শ্ৰীযুতা পদ্মৱতী গোস্বামী। তেখেতে কৈছিল মোৰ শহুৰ হেনো এজনা মৰমিয়াল

আৰু পৰোপকাৰী লোক আছিল। ৺অম্বিকা গোস্বামীৰ পিতৃ ৺শম্ভু গোস্বামী সম্বন্ধত মোৰ শহুৰৰ ভাগিনীয়েক আছিল। তেখেতৰ আৰ্থিক অৱস্থা ভাল নোহোৱা হেতুকে মোৰ শহুৰে তেখেতক ছাত্ৰাৱস্থাতে জোৰহাটলৈ আনি নিজৰ ঘৰতে ৰাখি পঢ়াই শুনাই মুক্তিয়াৰ কৰে। পিচত তেখেতৰ লগতে ৰাখি আইনৰ কাম কাজো শিকাই বিয়া-বাৰু কৰাই দিয়ে। প্ৰসঙ্গক্ৰমে জনাই থওঁ যে ৺শম্ভু গোস্বামীৰ প্ৰথমা পত্নী তিনিটা ল'ৰা-ছোৱালী এৰি সংসাৰ সাগৰ পাৰ হয় আৰু তাৰ পিচতহে গোস্বামীয়ে দ্বিতীয় ভাৰ্য্যা গ্ৰহণ কৰে। শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা দেৱৰ পৰা মোৰ শহুৰৰ বিষয়ে শুনিবলৈ পাইছিলো যে অভিমন্যু বধ কাব্যৰ প্ৰণেতা ৰমাকান্ত চৌধুৰীৰ মৃত্যু হয় কলিকতাত, কলাজ্বৰত (১৮৮৭)। তেওঁৰ শ কঢ়িওৱা লোকসকলৰ ভিতৰত দুজন আছিল মহেশ্বৰ গোস্বামী আৰু যোগেশ্বৰ কটকী (পিচত স্বামী সুৰেশানন্দ)। সেই যুগত বামুণ গোসাঁয়ে শূদ্ৰৰ শ কঢ়িওৱা কাম আছিল আচাৰবিৰুদ্ধ। এনেস্থলত গোস্বামী আৰু কটকীয়ে ৰমাকান্ত চৌধুৰীৰ শ কঢ়িয়াই যথেষ্ট নৈতিক সাহ দেখুৱাইছিল।

মই যেতিয়া ৺মহেশ্বৰ গোস্বামীৰ সৰু বোৱাৰী হৈ ১৯৩৬ চনত এইখন ঘৰলৈ আহোঁ তেতিয়া মই পৰিয়ালত পাওঁ মোৰ শাহু, স্বামী, এজন দাদা শহুৰ আৰু মোৰ স্বামীৰ বিধবা বায়েক এগৰাকীক।

কিন্তু শাহুৰ মুখৰ পৰা শুনিছিলো তেখেতৰ হেনো নটা সন্তান আছিল আৰু ডাঙৰ দীঘল কৰি বিয়া-বাৰু দিয়াৰ পিচত এটা এটাকৈ মৃত্যুৰ মুখত পৰি অৱশিষ্ট ৰৈছিলগৈ তিনিটাহে।

মই দেখাত এয়া ৰাজ পৰিয়ালৰ দৰে এটা পৰিয়াল। আমাৰ ঘৰৰ মানুহখিনিৰ বাহিৰেও আত্মীয়-স্বজন, খাত-পানৰ কৰ্মচাৰী আৰু চাকৰ-নাকৰকে ধৰি প্ৰায় চল্লিছ পঞ্চাছজন মানুহ হয় সদায় চাহ-ভাত খোৱা। খোৱা-বোৱাৰ কামত আমি ইমান ব্যস্ত হৈ থাকিব লাগে যে কেতিয়াবা নিজকে হোটেলৰ কৰ্মচাৰী যেন হে লাগে। তাৰোপৰি জাক-জমককৈ পতা বাৰ মাহত তেৰটা পূজা-পাৰ্বণৰ উৎসৱ লাগিয়ে থাকে।

আমাৰ ঘৰতে লক্ষ্মী-নাৰায়ণৰ মন্দিৰ। বৰ্তমানো এই মন্দিৰটো আছে। এই মন্দিৰটো হেনো ৺মহেশ্বৰ গোস্বামীয়ে সজাইছিল। এই মন্দিৰ প্ৰতিষ্ঠাৰো এটা ইতিহাস আছে। মই আগতে উল্লেখ কৰি আহিছো যে

৺পুৰুষোত্তম শৰ্মাদেৱৰ ঘৰত মোৰ শহুৰৰ কৰ্মজীৱন আৰম্ভ হয়। লক্ষ্মী-নাৰায়ণৰ শালগ্ৰাম বিগ্ৰহৰ সেৱা-পূজাৰ কামতেই আমাৰ শহুৰ মহেশ্বৰ গোস্বামী প্ৰথম নিযুক্ত হৈছিল। শেষত যেতিয়া তেখেতে নিজাকৈ সাংসাৰিক জীৱনৰ পাতনি মেলে, তেতিয়া তেখেতে এদিন হেনো সপোন দেখিছিল। মোৰ শহুৰক সপোনতে হেনো লক্ষ্মী-নাৰায়ণে কৈছিল, মই ইয়াতে বৰ কষ্টত আছোঁ, তুমি মোক লৈ যোৱা। এই ঘটনাৰ আগতে ৺পুৰুষোত্তম শৰ্মাৰ মৃত্যু হৈছিল।

সপোনৰ কথা মোৰ শহুৰে ৺পুৰুষোত্তম শৰ্মাৰ বিধৱা পত্নীৰ আগত কোৱাত তেখেতে আগ্ৰহেৰে লক্ষ্মী-নাৰায়ণৰ শালগ্ৰাম শিলা মোৰ শহুৰক লৈ আহিবলৈ কয়। কাৰণ তেখেতে হেনো যথাবিহিত ভাৱে লক্ষ্মী-নাৰায়ণৰ পূজা-সেৱা কৰিব পৰা নাছিল।

তেতিয়া মহানন্দে মোৰ শহুৰে সেই বিগ্ৰহ আনি মন্দিৰ সাজি তাত প্ৰতিষ্ঠা কৰে আৰু তেতিয়াৰে পৰা আজিলৈকে আমাৰ এই মন্দিৰত সকলো পূজা-পাৰ্বণ মহাসমাৰোহেৰে চলি আছে।

আমাৰ লক্ষ্মী-নাৰায়ণৰ মন্দিৰতে ৺ধীৰেশ্বৰাচাৰ্য্য মহামহোপধ্যায় আহি বহুদিন বাস কৰিছিল। মহামহোপাধ্যায়ে গোসাঁই ঘৰতে ৰন্ধা-বঢ়া কৰি খাইছিল আৰু মণিকূটতে ৰাতি শুইছিল। আজৰি সময়ত এই পণ্ডিতজনাই আমাৰ ঘৰৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰক সংস্কৃত শিকাইছিল।

৺মহেশ্বৰ গোস্বামীয়ে কৰ্মময় জীৱন শেষ কৰি পিছত ভ্ৰাম্যমান জীৱন আৰম্ভ কৰে। জীৱনৰ শেষ কালছোৱাত তেখেতে পুত্ৰ-পৰিবাৰ সহ ভাৰতৰ বহুতো তীৰ্থস্থান ভ্ৰমণ কৰিছিল আৰু ভাল লাগিলে মাজে সময়ে কোনোবাতোপৰ ঠাইত কিছুকাল বাসো কৰিছিল। এবাৰ মোৰ শহুৰে বহুদিন বাৰানসীত বাস কৰিছিল। পিছলৈকে তেখেতৰ শৰীৰ বৰ দুৰ্বল হৈ পৰে আৰু ১৮৪১ শকৰ বহাগ মাহৰ ১১ তাৰিখে ৭৫ বছৰ বয়সত তেখেতৰ মৃত্যু হয়।

৺মহেশ্বৰ গোস্বামীয়ে প্ৰকাশ কৰা সাহিত্য-সংগ্ৰহ আৰু তেখেতৰ জীৱনৰ ভূমিকা প্ৰকাশ কৰিবলৈ পাই মই বৰ সুখী হলো আৰু এই সাহিত্য-সংগ্ৰহ প্ৰকাশ কৰাত সহায়কাৰী মোৰ নাতি শ্ৰীমতী দীপিকা ভট্টাচাৰ্য্য আৰু মোৰ মাহু বোৱাৰী শ্ৰীমতী দীপালী গোস্বামীলৈ মোৰ আন্তৰিক আশীৰ্বাদ থাকিল।

১৯৮০ চন

শ্ৰীমতী বিজলী গোস্বামী

  

১৯৫৫ ইং চনৰ ফেব্ৰুৱাৰীত স্থাপিত গুৱাহাটী আলোচনা চক্ৰৰ ৰূপালী জয়ন্তী বছৰৰ ঘটনাবহুল ৰাজনৈতিক, অৰ্থনৈতিক তথা সামাজিক বিচিত্ৰ পৰিবেশত, অসমৰ ভোটাৰ তালিকাৰ পৰা বিদেশী নাগৰিকৰ নাম বাতিল কৰি ভাৰতীয় ৰাজ্যক্ষেত্ৰ তথা অসমৰ পৰা বহিষ্কাৰৰ বাবে সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ আগশাৰীৰ নেতৃত্বত জন-গণৰ যি জাগৰণ—তাৰ সাহিত্যিক-সাংস্কৃতিক শিহৰণি প্ৰবীণ নবীন চক্ৰধাৰীসকলৰ গাতো বাককৈয়ে লাগিছে। এই কালছোৱাৰ চক্ৰৰ বৈঠকৰ সংখ্যা পাতলীয়া তথা প্ৰায় মাহেকীয়া যদিও সাময়িক বাস্তৱ অভিজ্ঞতা জড়িত অগ্নিলেখা আৰু অগ্নিময় ভাব প্ৰকাশৰ মাজেদি জাতীয় ঐক্য, স্বাৱলম্বিতা, গান্ধীজীৰ প্ৰদৰ্শিত সত্য অহিংসা-শান্তিৰ বাণীকে প্ৰচাৰ কৰা হৈছে। প্ৰবীণা চক্ৰধাৰী মাতৃ-সংঘৰ অনুবাদিকা আৰু তন্ময়ী ৰচনাৰ ৰচয়িত্ৰী শ্ৰীমতী নিৰ্মলী দেৱী গোস্বামীৰ দ্বাৰা পুনৰায় প্ৰকাশিত 'সাহিত্য-সংগ্ৰহ'ৰ লগত গুৱাহাটী আলোচনা চক্ৰৰ সম্পাদক স্বৰূপে সহযোগী হ'বলৈ পাই, আমি চক্ৰৰ সমূহ চক্ৰধাৰীসকলৰ হৈ—আইতা সাহিত্যসেৱিকালৈ সংগে অসমৰ সখী সমাজ, অসম সাহিত্য সভা, কামৰূপ সাহিত্য পৰিষদ, গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয় তথা অসম চৰকাৰৰ কেন্দ্ৰীয় ৰাজ্যিক পুথিভঁৰাল আদিৰ পৰা এনে প্ৰবন্ধ-মূলক পুনৰ প্ৰকাশৰ পৃষ্ঠপোষকতা কামনা কৰিলোঁ। পৰাশৰ গোত্ৰীয় নহিৰা সত্ৰৰ অধিকাৰ ৺মহেশ্বৰ গোস্বামীৰ সাহিত্যৰথী বেজবৰুৱাযুগীয় মুদ্ৰণ ৰীতিৰ এই প্ৰবেশিকা পাঠ্যপুথিৰ প্ৰণয়নমূলক প্ৰকাশে আজিৰ পৰা প্ৰায় চাৰিকুৰি বছৰৰ আগেয়ে যি বিদ্যায়তনিক সেৱা আগ বঢ়াইছিল—সেই বিষয়ে যোগাজনে বিবেচনা কৰিছে আৰু কৰিব।

ওঁ সৰ্ব্বে ভৱন্তু সুখিনঃ সৰ্ব্বে সন্তু নিৰাময়াঃ।
সৰ্ব্বে ভদ্ৰাণি পশ্যন্তু মা কশ্চিৎ দুঃখভাগ ভৱেৎ॥
ওম্ শান্তিঃ। ১।২।৩॥

২৫।১১।৮০
নবগিৰি পথ
গুৱাহাটী—৭৮১০০৩

প্ৰবোধচন্দ্ৰ ভট্টাচাৰ্য
সম্পাদক,
গুৱাহাটী আলোচনা চক্ৰ

# SUBJECT OF EXAMINATION,

IN THE

# ASSAMESE LANGUAGE.

---

APPOINTED BY THE

## SENATE OF THE CALCUTTA UNIVERSITY,

FOR THE

## *ENTRANCE EXAMINATION, 1905.*

---

PUBLISHED BY

MOHESWAR GOSWAMI

GAUHATI.

---

*Price —Twelve Annas Only.*

# পাতনি

কলিকতা ইউনিভাৰ্চিটিৰ পৰীক্ষকসকলে অসমীয়া সাহিত্যৰ যিবিলাক প্ৰবন্ধ মনোনীত কৰি অসমীয়া এণ্ট্ৰেন্স কৰ্চ প্ৰস্তুত কৰিবৰ আদেশ কৰিছিল, সেই প্ৰবন্ধবিলাক একেলগ কৰি কিতাপৰ আকাৰে এই কৰ্চখনি মই প্ৰকাশ কৰিলোঁ। মই কোনো লাভৰ আশাৰে এই কামত হাত দিয়া নাই। কেৱল যোগ্যতৰ আৰু ধনৱন্ত দেশহিতৈষী ডাঙৰীয়াসকলৰ ভিতৰত কোনেও কৰ্চখন প্ৰকাশ কৰিবলৈ আগ নবঢ়া দেখি, কৰ্চৰ অভাৱত ছাত্ৰবিলাকৰ পঢ়াত ব্যাঘাত ঘটিব বুলি ভাবিহে মই ইয়াক হাতত ললোঁ। এইখনি প্ৰথম অসমীয়া এণ্ট্ৰেন্স কৰ্চ আৰু বিশেষত তৰালৰিকৈ ছপা কৰা হৈছে, সেই কাৰণে ইয়াত অনেক দোষ থাকিব পাৰে, পাঠকসকলে সেই দোষ ক্ষমা কৰিলে কৃতাৰ্থ মানিম।

পৰিশেষত উল্লেখনীয় কথা এই যে শ্ৰদ্ধাস্পদ শ্ৰীযুত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই অনুগ্ৰহ কৰি এই প্ৰবন্ধনিৰ আলোপান্ত আচি-কাকত সংশোধন কৰি দিয়াৰ বাবে মই তেওঁৰ ওচৰত কৃতজ্ঞ থাকিলোঁ।

গুৱাহাটী শ্ৰীমহেশ্বৰ গোস্বামী

১।৬।০৪

# সূচী

# আনন্দৰাম বৰুৱা

যেতিয়া প্ৰায় গোটেইখন পৃথিৱী অজ্ঞান এন্ধাৰৰ ক'লা চাকনীয়ে ঢাকি থৈছিল, যেতিয়া প্ৰায় সকলো মানুহে উলঙ্গবেশে পৰ্ব্বতৰ গাঁতত বাস কৰি হাবিৰ পহু, পানীৰ মাছ, আৰু গছৰ ফল-মূল খাই জীৱন ধাৰণ কৰিছিল, তেতিয়াও এই পুণ্যভূমি ভাৰতবৰ্ষ জ্ঞানৰ পোহৰেৰে জোঁটা উষাৰ দৰে জিলিকি আছিল। জগত যেতিয়া এন্ধাৰ ৰাতিৰ কোলাত অচেতন হৈ টোপনি গৈছিল, ভাৰতে তেতিয়া জ্ঞানৰ ৰ'দ-কাচলি লৈ নানা সত্য চৰ্চ্চাত লাগ বান্ধিছিল। প্ৰায় সকলো দেশ যেতিয়া দিগ্‌বিদিক্ নেদেখি বেপিয়াই ফুৰিছিল, ভাৰতে তেতিয়া বিজ্ঞানৰ দূৰবীণ লগাই নানা তত্ত্ব উলিয়াব পাৰিছিল। প্ৰথম ধৰ্ম-চৰ্চ্চা হয় ভাৰতত; দৰ্শন শাস্ত্ৰৰ আলোচনা হয় পোন প্ৰথমে ভাৰতত, ঐশ্বৰিক তত্ত্বৰ বিচাৰ হয় পোন-প্ৰথমে ভাৰতত, ভাৰত বিধাতাৰ জ্যেষ্ঠ পুত্ৰ। গণিত আৰু জ্যোতিষ, কাব্য আৰু অলঙ্কাৰ, ছন্দ আৰু ব্যাকৰণ, বিজ্ঞান আৰু দৰ্শন সকলো বিষয়তে হিন্দুজাতি আন সকলো জাতিতকৈ আগ। যেতিয়া হিন্দুৰ ধনুৰ্ব্বিদ্যাৰে আৰ্য্যৰ সন্তানে দেশ বিদেশত দিগ্বিজয় কৰিছিল, তেতিয়া পৃথিৱীৰ কেইটা জাতিয়ে জুইৰে ভাত ৰান্ধি খাব জানিছিল? তেতিয়া কেইটা জাতিয়ে ঘৰ সাজিবলৈ শিকিছিল? যেতিয়া হিন্দুৰ সভ্যতা গগনত উঠি মধ্যাহ্ন সূৰ্য্যৰ দৰে দীপ্তিমান হৈছিল, তেতিয়া সভ্যজাতি কেইটা আছিল? ব্যাস আৰু বাল্মীকি, কালিদাস আৰু ভৱভূতি এনে কবি পৃথিৱীত কেইজনা? পবিত্ৰ আৰ্য্য ঋষিসকলৰ দৰে পৃথিৱীত কেইজনা মানুহ যোগ আৰু তত্ত্ববিদ্যাত কৃতকাৰ্য্য হব পাৰিছে? বশিষ্ঠ, জনক, নাৰদৰ দৰে মহাপুৰুষ পৃথিৱীত কেইজনা? সীতা, সাবিত্ৰী আৰু দময়ন্তীৰ দৰে তিৰুতা জগতত কিমান? ভীষ্ম, দ্ৰোণ, কৰ্ণ, অৰ্জ্জুনৰ নিচিনা বীৰ পৃথিৱীত কিমান? শ্ৰীকৃষ্ণৰ নিচিনা ৰাজনৈতিক মহাপুৰুষ ক'ত উপজিছে? বুদ্ধ, চৈতন্য আৰু শঙ্কৰাচাৰ্য্যৰ নিচিনা ধৰ্ম্মবীৰ আন ঠাইত কেইজনা?

কিন্তু ভাৰতৰ আজি সেইদিন নাই; ই আজি পৰাধীন, অসভ্য, অজ্ঞান—অনাদৃত। সেই মহাবীৰ ক্ষত্ৰিয়সকল নাই; সেই তপোধন ঋষিসকল নাই; সেই কবি, ধৰ্ম্মবীৰ, ৰাজনৈতিক পুৰুষ আজি নাই। আমাৰ দ্বেষ, একতা,

জাতীয় গৌৰৱ নাই। হিমালয় আছে, তপস্যা নাই ; গঙ্গা, সৰস্বতী আছে, বেদধ্বনি নাই ; ব্ৰাহ্মণ আছে, ব্ৰহ্মণ্য নাই। আগৰ সভ্যতা, আগৰ আচাৰ-ব্যৱহাৰ, আগৰ বল-বিক্ৰম, উৎসাহ প্ৰায় একেবাৰেই নাই ! ভাৰতত আছে আজি বহু পাপ, তাপ, ৰোগ, শোক আৰু দুৰ্ভিক্ষ। ভাৰত আজি প্ৰায় ৰসাতল। চন্দ্ৰ, সূৰ্য্য বংশৰ ঘোৰ অভিমানী বংশধৰসকলে পৰৰ সেৱা কৰি চাউল মুকলি কৰিছে। জগতৰ শিক্ষাগুৰু ব্ৰাহ্মণ জাতিয়ে আজি ম্লেচ্ছৰপৰা শাস্ত্ৰ বুজি লৈছে আৰু ম্লেচ্ছৰপৰা শাস্ত্ৰজ্ঞানৰ নিদৰ্শন-পত্ৰ পাই নিজক কৃতাৰ্থ আৰু গৌৰৱশালী মানিছে। স্বাধীনতাৰ লগতে হিন্দুজাতিৰ প্ৰায় সকলো ওখ ভাব লোপ পাইছে, ভাৰতৰ গৌৰৱ সূৰ্য্য মাৰ গৈছে, ভাগ্যলক্ষ্মীয়ে সাগৰত বুৰ মাৰিছে। মহা বিক্ৰমী মুছলমান জাতিও আজি ভাৰতত পৰি নিস্তেজ হৈছেহি।

কিন্তু যিমান দিন জগতত চন্দ্ৰ-দিবাকৰ থাকিব, সিমান দিন ভাৰতৰ আগৰ গৌৰৱৰ চিন একেবাৰেই মাৰ নেযায়। যেতিয়ালৈকে হিন্দুৰ শ্ৰুতি আৰু স্মৃতি আছে, কাব্য আৰু অলঙ্কাৰ আছে, ব্যাকৰণ আৰু অভিধান আছে, তেতিয়ালৈকে ভাৰতৰ আগৰ গৌৰৱ হ্ৰাস পালেও লোপ নেপায়। যেতিয়া-লৈকে জগতত জ্ঞান বস্তুৰ আদৰ থাকিব, তেতিয়ালৈকে সংস্কৃত ভাষা আৰু সংস্কৃত সাহিত্যই জগতত ওখ আসন লাভ কৰিব। সংস্কৃত ভাষাই— সংস্কৃত সাহিত্যই হিন্দুজাতিৰ কীৰ্ত্তিস্তম্ভ। পতিত ভাৰতক উদ্ধাৰ কৰাৰ এই ভাষাই এই সাহিত্যই যাই উপায়। এই সাহিত্যৰ দ্বাৰাই আজি হিন্দু-জাতিৰ চিনাকি আৰু সন্মান। ইয়েই মৃত হিন্দুজাতিৰ সঞ্জীৱনী। ইউ-ৰোপৰ ৰংচং দেখি আজি ভাৰত ভোল গৈছে, নিজকে নিজে পাহৰিছে, কিন্তু যিবিলাক হিন্দুৱে সংস্কৃত সাহিত্য মথি পূৰ্ব্ব পুৰুষসকলৰ কাম আৰু মহত্বৰ কথা চৰ্চ্চা কৰে, তেওঁলোকৰ শৰীৰৰ শিৰে শিৰে তপত তেজ বৰকৈ ধৰে আৰু মন নতুন উছাহেৰে সজীৱ হৈ উঠে। কিন্তু আজিকালি সকলো বিষয়তে ধনৰ যোগ। যি বিষয়ৰ পৰা ধনলাভ হয়, তাকে সকলোৱে চৰ্চ্চা কৰে। সংস্কৃত হীন ভাষা, তাৰপৰা ধনলাভো প্ৰায় নহয়, পতিকে অধিক ভাগ হিন্দুৱে নিজৰ পবিত্ৰ দেৱভাষা অনাদৰ কৰি অৰ্থকৰী ভাষাৰ সেৱক হৈ পৰিছে। সেই মহাপুৰুষসকল ধন্য, যিসকলে এই মৃতপ্ৰায় সংস্কৃত ভাষা আৰু সংস্কৃত সাহিত্যৰ উন্নতিৰ নিমিত্তে পুৰুষাৰ্থ কৰে। সেইসকল মহাপুৰুষৰ ভিতৰত স্বৰ্গীয় আনন্দৰাম বৰুৱা অগ্ৰগণ্য। বোধকৰোঁ কোনো হিন্দুৱে আনন্দৰামৰ দৰে একান্তমনে সংস্কৃতৰ উন্নতিৰ নিমিত্তে জীৱন উৎসৰ্গ

কথা নাই। অলপ দিনৰ ভিতৰতে কোনো লোকে আনন্দৰামৰ দৰে সংস্কৃত সাগৰ মথি অমূল্য ৰত্ন উলিয়াই জগতক মোহিত কৰিব পৰা নাই। তেওঁৰ জীৱন হিন্দু মানুহে—বিদ্যাভ্যাসী মানুহে—চৰ্চ্চা আৰু আদৰৰ বস্তু। আনন্দ-ৰাম ভাৰতৰ আচল বস্তু।

আনন্দৰাম বৰুৱা আসামৰো আচল বস্তু। আসাম অতি পুৰণি ৰাজ্য; অতীজৰে পৰা আৰ্য্য হিন্দুসকলে এই দেশত বাস কৰিছে। মহাভাৰত, পুৰাণ আদি পুৰণি পুথিত এই দেশৰ নাম পোৱা যায়। বশিষ্ঠ আদি ঋষিয়ে এই দেশত তপস্যা কৰিছিল। আসাম দেৱ-দেৱীৰ মন্দিৰেৰে ভৰা। ইয়াত পৰশুৰাম কুণ্ড আদি তীৰ্থ আছে। ইয়াত কৌণ্ডিল্য, শোণিতপুৰ, কামৰূপ, মণিপুৰ, হিড়িম্বপুৰ, জয়ন্তা আদি কৰি প্ৰাচীন ৰাজ্য আছিল। আসাম পুৰণা ঐতিহাসিক ঘটনাৰে পূৰ্ণ। ইয়াত বহুত ঠাইত পুৰণি নগৰৰ চিন, দেৱালয়ৰ ভগ্নাৱশেষ, শিলৰ মূৰ্ত্তি, শিলৰ ঘৰ আৰু শিলত খোদিত কটা আখৰ আছে। এইবিলাকৰপৰা জানিব পাৰি যে আসাম আগেয়ে এখন সভ্য আৰু উন্নত দেশ আছিল। বিশেষকৈ ইয়াত পূৰ্ব্বে সংস্কৃতৰ বৰ চৰ্চ্চা হৈছিল। ইয়াত অনেক অগাধ পণ্ডিতৰ জন্ম হৈছিল। যোগিনীতন্ত্ৰ, ৰত্নমালা ব্যাকৰণ আদি ভালেমান ভাল সংস্কৃত পুথি অসমীয়া পণ্ডিতে লিখিছিল। শঙ্কৰদেৱ আদি কবিয়েও সংস্কৃত ভাঙ্গি অনেক অসমীয়া পুথি কৰিছিল। কিন্তু আসামৰ এতিয়া সেই দিন নাই। শঙ্কৰদেৱ, পুৰুষোত্তম ঠাকুৰ, অনন্ত কন্দলিৰ নিচিনা মহাপুৰুষসকল এতিয়া প্ৰায় লোপ পালে। অৱশ্যে অকল পুৰণি বস্তুৰেই অসমীয়াই সভ্যতা আৰু উন্নতিৰ খট্‌খটিত বৰ আগতি বাঢ়িব নোৱাৰে। আমাৰ পুৰণি সভ্যতা, পুৰণি ভাষা আৰু পুৰণি ভাববিলাক এই কালৰ নিমিত্তে সম্পূৰ্ণ নহয়। আমাক ইংৰাজী সভ্যতা, ইংৰাজী ভাষা আৰু ইংৰাজী ভাবো লাগে। দুইটো সাৰ সাৰ অংশ বাছি লব পাৰিলেহে আমাৰ উন্নতি সম্পূৰ্ণাঙ্গ হব। ন-পুৰণি দুইটো মিহলাব লাগে, দুইটো সামঞ্জস্য হব লাগে; নহলে আমাৰ জাতীয় জীৱনৰ শ্ৰীবৃদ্ধি হব নোৱাৰে, ই বৰ ডাঙৰ কথা। এই বিষয়ত আমাক আহি লাগে; পথ দেখাওঁতা—আহি লাগে। আনন্দৰাম বৰুৱা অসমীয়াৰ আহি, পথ দেখাওঁতা—নতুন আৰু পুৰণিৰ সামঞ্জস্য কৰোঁতাৰ জ্বলন্ত দৃষ্টান্ত। অসমীয়াৰ ভিতৰত প্ৰথম বি-এ তেওঁ,—প্ৰথম বিলাতলৈ যাওঁতা তেওঁ,—প্ৰথম সিভিলিয়ান, প্ৰথম বাৰিষ্টৰ, প্ৰথম ডিষ্ট্ৰিক্ট মাজিষ্ট্ৰেট তেওঁ,—আজিকালিৰ এক মাত্ৰেন অনাম

সংস্কৃত পণ্ডিত তেওঁ,—এক মাথোন প্ৰথম শ্ৰেণীৰ গ্ৰন্থকাৰ তেওঁ। অসমীয়াৰ ভিতৰত যদি কোনোৱে বৰ মন দি কিতাপ পঢ়িবলৈ শিকিছিল, তেওঁ আনন্দৰাম, যদি কোনোৱে একেবাৰেই লক্ষ্মী আৰু সৰস্বতী দুইৰো বৰপুত্ৰ হব পাৰিছে, তেওঁ আনন্দৰাম। যদি কোনো অসমীয়াই জ্ঞান-চৰ্চ্চা আৰু কাম-চৰ্চ্চা দুইতো একেবাৰেই কৃতকাৰ্য্য হব পাৰিছে, তেওঁ কেৱল আনন্দৰাম। এলেহুৱা আৰু নিৰুৎসাহী অসমীয়াৰ মাজত আনন্দৰাম জ্বলন্ত উৎসাহ, অধ্যৱসায় আৰু স্বাধীন ভাৱৰ অৱতাৰ। এজনা মানুহতে ইমান গুণ কোন অসমীয়াৰ আছে? আনন্দৰামৰ আসন লব পাৰে এনে অসমীয়া এতিয়া ক'ত? এবাৰ অসম আকাশত তেওঁ উজ্জ্বল-তৰা আছিল। তেওঁৰ কাম, তেওঁৰ উৎসাহ, তেওঁৰ পৰিশ্ৰম, তেওঁৰ আকাঙ্ক্ষা, তেওঁৰ মনৰ তেজ—সকলো অসমীয়াৰে অনুকৰণৰ বস্তু। অসমীয়াই তেওঁৰ জীৱন বৰ আদৰ আৰু মনোযোগেৰে চৰ্চ্চা কৰিবলগীয়া। চন্দ্ৰত কলঙ্কৰ দৰে আনন্দৰামৰ জীৱনতো যদি অলপ দোষ আছে, তাৰপৰা আমি বহুত উপদেশ পাব পাৰোঁহক। তেওঁ আমাৰ আৰ্হি,—পথ দেখাওঁতা—জাতীয় যুদ্ধত সেনাপতি। অসমীয়াৰ বল নাই, সাহ নাই, সেনাপতি নাই, পদে পদে পৰাজয়। আমাৰ উন্নতি নাই নেকি? অসমীয়াৰ জাতীয় জীৱন নহব নেকি? অসমীয়াই জাতীয় যুদ্ধ জয় কৰিব নোৱাৰে নেকি?—ভয় নাই, বীৰৰ দৰে তেজ, সাহ আৰু উৎসাহেৰে জাতীয় যুদ্ধলৈ ওলোৱাঁ—জাতীয় পতাকা আনন্দেৰে আকাশত উৰাই দিয়া। তাত ডাঙৰ ডাঙৰ সোণোৱালি আখৰেৰে লিখি লোৱাঁ; "আনন্দৰাম বৰুৱা, ভয় নাই, যুদ্ধ জয় হব।" জীয়াই থাকোতে তেওঁ যি ৰণ জিকিব নোৱাৰিলে, সেই ৰণ আজি তেওঁৰ দৃষ্টান্তই জয় কৰোক!

সকলো প্ৰকাৰ উপদেশতকৈ জীৱনৰ দৃষ্টান্ত বেছি কাৰ্য্যকাৰক। সংস্কাৰ কৰিবলৈ, ধৰ্ম্মমত চলিবলৈ, দেশৰ নিমিত্তে জীৱন দিবলৈ, উপদেশ দি কিতাপ লিখা বা দীঘল দীঘল বক্তৃতা দিয়া বৰ সহজ কাম। কিন্তু সেইবিলাক উপদেশমতে কাম কৰা বৰ টান। এই কাৰণে মুখৰ উপদেশ মানুহে বৰকৈ নেমানে আৰু নানা প্ৰকাৰ ওজৰ তুলিয়াই সেইমতে কাম কৰিবলৈকো বৰ বেজাৰ নকৰে। কিন্তু মানুহে বাস্তৱতে যি কাম এবাৰ কৰিছে, সেই কাম কঠিন হলেও অসাধ্য বুলি ওজৰ কৰিবলৈ বাট নেথাকে। মানুহৰ জীৱনৰ আৰ্হি অব্যৰ্থ বীজ—যি সকলো ঠাইতে গজে। আৰ্হি জীৱনৰ আৰ্হি নলৈ মানুহে নোৱাৰে। তুমি যদি মুখেৰে আনক এক প্ৰকাৰে কাম কৰিবলৈ

উপদেশ দিয়া কিন্তু নিজে আন প্ৰকাৰে কৰা, তেনে লোকৰ কথা কাৰতে মানুহে অনুকৰণ কৰিব। সকলো দেশ আৰু সকলো কালৰ ঘটনাবিলাক প্ৰায় একে। ইতিহাস আৰু জীৱন-চৰিত ঘূৰিব লাগিছে। সেই দুখ, সেই সুখ, সেই উন্নতি, সেই অৱনতি, সেই যুদ্ধ, সেই শান্তি, সেই ৰোগ, সেই শোক, সেই পাপ-তাপ, সেই সম্পদ-বিপদ সকলো ঠাইতে সকলো কালতে ৰথৰ চকাৰ দৰে ঘূৰিবই লাগিছে। এই ঘটনাচক্ৰৰ আৱৰ্ত্তবিলাক জলন্ত দৃষ্টান্ত,—অব্যৰ্থ উপদেশ। ঘটনাৰূপী বক্তা, প্ৰকৃত সকলোৱে উপদেশ পাব পাৰে। যেই চিনিৰ মহৎ জীৱনৰ আহি কোন জাতিয়ে মনে থাকিব? বিত্তশূন্যই যি কাম নিজে সাধন কৰিব নোৱাৰিলে, তেওঁৰ জীৱনৰ দৃষ্টান্তই সেই কাম সাধন কৰাইছে। তেওঁ নিজৰ গুণতে আজি ধৰ্ম্মজগতৰ এজন প্ৰতাপী বক্তা। সেইদৰে বুদ্ধ, নানক, চৈতন্য আপোন আপোন জীৱনৰ আহিৰ দ্বাৰাই জগতৰ শিক্ষাগুৰু। সৎ জীৱনৰ দৃষ্টান্ত উন্নতিৰ মূল-মন্ত্ৰ।

জগতৰ উপকাৰৰ নিমিত্তে সকলো ডাঙৰ মানুহৰে জীৱন-চৰিত লিখি ৰখা আৱশ্যক। এটি ডাঙৰ জীৱনৰ কথা হেৰালে জগতৰ পুৰাব নোৱাৰা ক্ষতি হয়। ভাৰতবৰ্ষ মহাত্মাৰ জন্মভূমি। ব্যাস, বশিষ্ঠ, শুকদেৱ আদি ভাৰতবৰ্ষত কত কত মহাত্মা উদয় হৈছে, কিন্তু দুখৰ কথা, সেইসকলৰ বিশেষ বিৱৰণ একো নাই। ভগৱান মনুৰ জীৱন-চৰিত, ব্যাস বাল্মীকিৰ জীৱন-চৰিত, কালিদাস ভৱভূতিৰ জীৱন-চৰিত কি অমূল্য বস্তু হলহেঁতেন। ভাৰতৰ মহাপুৰুষসকলৰ আচল জীৱন-চৰিত নথকাত জগতৰ মহা ক্ষতি হৈছে।

আমাৰ আসামতো অনেক মহাপুৰুষৰ উদয় হৈছিল, কিন্তু সেইসকলৰ জীৱন চৰিত প্ৰায়েই নাই। অনন্তকন্দলি, পুৰুষোত্তম ঠাকুৰ আদিৰ জীৱন-চৰিত নথকা বৰ দুৰ্ভাগ্যৰ কথা। আমাৰ ভাষাত যিবিলাক চৰিত্ৰ আৰু বংশাৱলী আছে, সেইবিলাকতো বহুত ভুল আৰু সন্দেহ আছে। আমাৰ বুৰঞ্জীবোৰ প্ৰায় সেয়ে গদ্য, ইংৰাজ জাতিৰ দৰে সম্পূৰ্ণ জীৱন-চৰিত আৰু বুৰঞ্জী আছে, তেনে বোধকৰোঁ কাৰো নাই। ইংৰাজৰ আৰ্হি লৈ আমিও জীৱন-চৰিত লিখিবলৈ আৰু পঢ়িবলৈ ধৰিব লাগে। মানুহ মাত্ৰৰে অলপ বা অধিক দোষ থাকে,—সম্পূৰ্ণ মানুহ কোনো নাই। কোনো মানুহৰ ভালেমান সদ্‌-গুণ থাকিলেই বা তেওঁ কিছুমান ভাল কাম কৰিলেই বা তেওঁৰ জীৱন-চৰিত লিখা হব পাৰে। বৰ ডাঙৰ মানুহৰ আৰ্হি অতি অলপ মানুহেহে লব পাৰে। সেই কাৰণে মজলীয়া মানুহৰো জীৱন-চৰিত থাকিব

আৰু পঢ়িব লাগে। বিদেশী মানুহৰ জীৱন-চৰিতবোৰকৈ অসমীয়া মানুহৰ জীৱন-চৰিত অসমীয়াৰ পক্ষে বৰ লাগতীয়াল। অসমীয়াৰ আৰ্হি অসমীয়াই বেগেতে লব পাৰে। অসমৰ উন্নতিৰ নিমিত্তে কিছুমান অসমীয়া ডাঙৰ মানুহৰ জীৱন-চৰিত প্ৰকাশ কৰা আৱশ্যক হৈছে। সেই কাৰণেই আনন্দৰাম বৰুৱাৰ জীৱন-চৰিত অসমীয়াৰ পক্ষে বিশেষ লাগতীয়াল।

কৃতজ্ঞতা মানুহৰ বৰ সৎগুণ। হিন্দু বৰ কৃতজ্ঞ জাতি। পিতৃ-মাতৃ মানুহৰ বৰ উপকাৰী। পিতৃ-মাতৃ জীয়াই থাকোঁতে হিন্দুৱে তেওঁলোকক সাক্ষাৎ দেৱতা যেন দেখে। আৰু মৰিলেও মৰা-কাজ কৰিয়েই ক্ষান্ত নহয়; তেওঁলোকৰ উপকাৰৰ সোঁৱৰণিৰ বা নিজৰ কৃতজ্ঞতাৰ চিন স্বৰূপে বছৰি বছৰি কৰম কৰে। পিতৃ-মাতৃৰ দৰে আমি কিছুমান দেশৰ হিতকাৰী মহাপুৰুষলৈকো কৃতজ্ঞ হব লাগে। এই নিমিত্তেই আমি বছৰে বছৰে জন্মাষ্টমী, শঙ্কৰ দেৱৰ তিথি আদি কৰোঁহক। যেনে ধৰ্ম্ম বিষয়ত, সেইদৰে আন বিষয়তো আমাৰ বৰ হিতকাৰী মানুহ আছে। সেইসকলৰ প্ৰতিও আমি কোনো প্ৰকাৰে কৃতজ্ঞতা প্ৰকাশ কৰিব বা তেওঁলোকৰ সোঁৱৰণি ৰাখিব পাওঁহক। জীৱন-চৰিতেই জীৱনৰ সকলোতকৈ ধাই সোঁৱৰণি আৰু কৃতজ্ঞতা প্ৰকাশৰ ধাই উপায়। আনন্দৰামৰ প্ৰতিও অসমীয়া জাতি কৃতজ্ঞ হব লাগে। আৰু তেওঁৰ সোঁৱৰণিৰ নিমিত্তে তেওঁৰ জীৱন-চৰিত প্ৰকাশ কৰা আৰু পঢ়াও আৱশ্যক। যি অখলাগী, যি গুণৰ আদৰ নবুজে, সি বৰ অধম।

পিতৃ-মাতৃৰ বেয়া পুত্ৰলৈকো মৰম লাগে; গুণী হলে মৰম বেথাৰ সীমাই নাই। আনন্দৰাম অসমৰ বৰ মৰম বেথাৰ পুত্ৰ। তেওঁ আমাৰ আপোন। তেওঁক আমি মৰমতে এৰিব নোৱাৰোঁ। অসমীয়াৰ ভিতৰত আজিলৈকে সেই এজনা মাথোন ডাঙৰ মানুহ হৈছিল, তেওঁকো আমি অকালতে হেৰুৱালোঁ! তেওঁৰ নামটিও অকালতে হুৱাব নেকি? তেওঁক আমি পাহৰিব লাগে নেকি? তেওঁৰ মহৎ জীৱনৰ দৃষ্টান্তই অসমীয়াৰ ভিতৰত আৰু আনন্দৰাম সৃজিব নোৱাৰে নেকি?

সেইবিলাক পদাৰ্থ ফট্‌ফট্‌ কৰে তোমাৰ চকুত পৰিছে। ৰামায়ণত কুম্ভকৰ্ণই পালে পালে জাকে জাকে হাতী, গৰু, ম'হ, গাহৰি, ছাগলী, ভালুক, বান্দৰ জীয়াই জীয়াই গিলা, আকৌ সেইবিলাক জীয়াই জীয়াই নাকৰ বিন্ধাই কাণৰ বিন্ধাই জাকে জাকে ওলাই অহা শুনি আমি হাঁহি সামৰিব নোৱাৰোঁ, কিন্তু কলে কোনোবাই হঠাৎ পতিয়াবনে যে আমি সকলোৱেই সঁচাসঁচিকৈয়েই কুম্ভকৰ্ণৰ আজো-ককাক। কলে আচৰিত হবা, কুম্ভকৰ্ণৰ নাকে কাণে মুখে সেই জন্তবোৰ সোমাওঁতে কুম্ভকৰ্ণই যি হওক গম পাইছিল আৰু নাকৰ কাণৰ বিন্ধাত স্বৰ স্বৰ সাৰ সাৰ কৰিছিল, কিন্তু আমি আজো-ককাকইতে প্ৰতি মুহূৰ্ত্তে লাখে লাখে অৰ্ব্বুদে অৰ্ব্বুদে সেইবিলাকতকৈও ভয়ানক জন্তু গিলিব লাগিছোঁ, আৰু সেইবোৰ আমাৰ নাকৰ কাণৰ বিন্ধাইদি জাকে জাকে ওলাব লাগিছে সোমাব লাগিছে, তেও আমাৰ গমেই নাই। আমি কুম্ভকৰ্ণৰ আজো-ককাক নহওঁ কি? তুমি খাবলৈ লোৱা (নেছেকা পানীৰ কথা নকওঁয়েই) ছেকা পানী বাটিৰপৰা সৰহ নেলাগে, এটোপা পানী আনি অণুবীক্ষণেৰে চোৱাঁচোন কি দেখা? দেখিবা, কি বিকটাকাৰ ভয়ানক জন্তু-বিলাক তুমি পানীৰে সৈতে খাবলৈ লৈছা। আকৌ সেই জন্তুবিলাকৰ ভিতৰতে কি ভয়ানক মৰাকটা খোৱাখুই হব লাগিছে চোৱাঁচোন, ডাঙৰটোৱে সৰুটোক গিলিছে, সৰুটোৱে আকৌ তাতকৈ সৰুটোক গিলিছে আৰু সেই বাবেই সিহঁতৰ ভিতৰত কি ভীষণ সংগ্ৰাম হব লাগিছে। পুৰাণত লিখা আছে, জড়ভৰতে খোজত পৰুৱা মৰে বুলি মাটিত ভৰি দিবলৈ ঠাই নেপাই তেও ঘি ঘি ঘূৰিছিল; এতিয়াও আমি বেছিকৈ কব পাৰো যে, অণুবীক্ষণ এটা লৈ নিৰামিষীয়া খোৱাসকলক তেওঁবিলাকে খাবলৈ লোৱা পানী পৰীক্ষা কৰি দেখুৱাই দিব লাগে, তেওঁবিলাকে খাবলৈ পানী বিচাৰি নেপাব। অকল পানী কিয়, বতাহৰ লগত উশাহ-নিশাহৰ লগত আমাৰ পেটলৈ ইমান জন্তু যায় যে, একেবেলিয়েই উশাহ লবলৈ নেৰিলে আৰু উপায় নাই।

বৈজ্ঞানিক পণ্ডিতসকলে অণুবীক্ষণ যন্ত্ৰে পৰীক্ষা কৰি এই তত্ত্ব উলিওৱাইছে যে, আমাৰ জীৱনটো আমাৰ দেহৰ ভিতৰৰ দুদল দুজাক সৈন্যৰ হৰা জিকাৰ ওপৰত নিৰ্ভৰ কৰিছে। তেওঁবিলাকে কয় যে, আমাৰ তেজৰ বৰণ যদিও ৰঙা যেন দেখি, বাস্তৱিক পক্ষতে ৰঙা নহয় বগা। তেজৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ ৰঙা পৰমাণু বগা তেজৰ ওপৰত ওপঙি ফুৰে দেখিহে আমি তাক ৰঙা দেখোঁ। এই পৰমাণুবোৰ জড় পদাৰ্থ নহয়, চেতনা থকা জীৱাণু।

এই পৰমাণুবিলাক যথ পৰাক্রমী আৰু যুদ্ধবিদ্যাবিশাৰদ। ইহঁত অস্ত্র-শস্ত্র লৈ দিনে-ৰাতিয়ে যুদ্ধৰ নিমিত্তে সাজু থাকে। ইহঁতক ইংৰাজীত 'ফেগচাইত' বোলে। ইহঁতে আমাৰ জীৱনটো ৰক্ষা কৰিবৰ নিমিত্তে অবিশ্রাম আমাৰ দেহ-দুৰ্গৰ চাৰিওফালে পহৰা দি থাকে। আমাৰ জীৱনৰ বৈৰী আৰু এদল জীৱাণু আছে, সিহঁতৰ নাম 'মাইক্রোব্'; এই হিংসক দলবিলাকে আমাক কেনেকৈ বিনাশ কৰিব তাকে সদায় চেষ্টা চাই থাকে। কিন্তু আমাৰ হিতাকাঙ্ক্ষী পৰমবন্ধু দিহল জীৱাণুৰ প্রতাপত সকল মনোৰথ পূৰ্ণ হব নোৱাৰে। আমাৰ দেহ-দুৰ্গৰ কোনো ঠাইত এই দলে আহি আক্রমণ কৰিলেই দিহল আহি ইহঁতে সৈতে ভয়ানক যুদ্ধ পাতি দিয়েহি। আমাৰ বন্ধুবিলাক জিকিলেই আমাৰ ৰক্ষা, আমাৰ ৰাজ্য ৰক্ষা, হাৰিলেই আমাৰ পতন, ৰাজ্যৰো পতন। আমাৰ শৰীৰ সুস্থ আৰু সবল থাকিলে আমাৰ বন্ধু জীৱাণুবিলাকো সবল আৰু পৰাক্রমী হৈ থাকে, কোনো কাৰণত আমাৰ শৰীৰ দুৰ্ব্বল হলে সিহঁতো কিছু পৰিমাণে দুৰ্ব্বল হৈ যায়, এনে সুবিধা সময়ত আমাৰ বৈৰী জীৱাণুবিলাকে আক্রমণ কৰি মিত্র দলক হৰুৱাই আমাক নানা উৎকট ৰোগত পেলায়; আৰু অৱশেষত সিহঁতৰ বল অতিশয় বৃদ্ধি হ'লে আমাৰ বন্ধুবিলাকে আৰু আমাক ৰাখিব নোৱাৰি আমাৰ লগতে আপোন প্রাণো বিসৰ্জ্জন দিয়ে। আমাৰ বন্ধু জীৱাণুবিলাকৰ বাসস্থান আমাৰ তেজ, আৰু শত্রুবোৰৰ বাসস্থান আমাৰ শৰীৰৰ চাৰিওফালৰ বায়ু। শত্রু জীৱাণুবিলাকে আক্রমণ কৰিবৰ কালত এটা দুটাকৈ আহি আক্রমণ নকৰে, কোটীয়ে কোটীয়ে অৰ্ব্বুদে অৰ্ব্বুদে আহি ঠাই জুৰি পৰি লাগেহি। শৰীৰৰ যে কোনো অংশ লেলে বা পচে তাৰ কাৰণ এই শত্রু জীৱাণুবিলাকেই, ইহঁতে খাই পচাই শেষ কৰে। জীৱন-যুদ্ধৰ বিষয়ে কবলগীয়া ইমানবিলাক কথা আছে যে, তাক এই ক্ষুদ্র প্রবন্ধত কবলৈ চেষ্টা কৰা বৃথা। এই প্রবন্ধত কথাটো নামমাত্র চোৱা হৈছে মাথোন।

# মানৱজাতিৰ সভ্যতা

মানুহ আৰু পশুবিলাকৰ ভিতৰত এটা বৰ ডাঙৰ প্ৰভেদ এই যে, মানুহ উন্নতিশীল জীৱ, কিন্তু পশুবোৰ তেনে নহয়। এই প্ৰভেদৰ বাবেই মানুহ যিমান অসভ্য হওক, পশুবিলাকতকৈ বহুত গুণে শ্ৰেষ্ঠ। চৰায়ে তাৰ বাহ সাজে, বিবৰে তাৰ গঁৰাল সাজে, মৌ বৰলে সিহঁতৰ চাক বান্ধে; চৰাইৰ বাহ, বিবৰৰ গঁৰাল, মৌ বৰলৰ চাক, আদিৰে পৰা একে নিয়মে সজা হৈ আহিছে। এহেজাৰ বছৰৰ আগেয়ে কাউৰীয়ে যেনেকৈ বাহ সাজিছিল, এতিয়াও সেইদৰেই সাজিছে; কিন্তু এশ বছৰৰ আগেয়ে মানুহে যেনেকৈ ঘৰ সাজিছিল, এতিয়া তেনেকৈ নসাজে। চৰাইৰ বাহ, বিবৰৰ গঁৰাল, আৰু মৌ বৰলৰ চাকৰ, কালৰ গতিত একো উন্নতি নহৈ আদিম অৱস্থাতে আছে; কিন্তু যি মানুহে প্ৰথমে আদিম অৱস্থাত বাঁহপাতৰ পঁজা ঘৰ সাজিছিল, সিহঁতৰ সন্ততিবোৰে আজিকালি প্ৰকাণ্ড অট্টালিকা সাজিছে। ইয়াৰ দ্বাৰাই বুজা যায় মানৱজাতি উন্নতিশীল, কিন্তু পশুবিলাকৰ উন্নতি নাই। স্বভাৱৰ পৰা যিবিলাক শক্তি পাইছে, তাৰ লগে লগে নিজ বুদ্ধিৰ বলত আন আন বহুত উপায় উলিয়াই মানুহ আন জীৱবোৰতকৈ শ্ৰেষ্ঠ হৈছে। কোনো জন্তুৰে মানুহৰ নিচিনাকৈ কাপোৰ বৈ পিন্ধিব পৰা নাই, খাদ্য ৰান্ধি খাব জনা নাই, আন আন জন্তু পুহিব জনা নাই। কিন্তু মানুহে এনেকুৱা বহুত জীৱনোপায় উলিয়াই জগতত সভ্য হৈছে। যিবিলাকে যিমান সৰহকৈ এনেকুৱা স্বাধীন উপায় উলিয়াব পাৰিছে, সিহঁত সিমান সভ্য হৈছে। যেয়ে পৰা নাই, সেয়ে সিমান অসভ্য আৰু বৰ্ব্বৰ হৈ আছে। মানুহৰ মাজত সভ্যতাৰ তাৰতম্যৰ মূল এয়ে। এই প্ৰভেদৰ কাৰণেই কোনোৱে গছৰ ছাল পিন্ধিছে, কোনোৱে মলমল পিন্ধিছে, কোনোৱে বাঁহৰ চুঙাত পানী খাইছে, কোনোৱে সোণ-ৰূপৰ পাত্ৰত আহাৰ কৰিছে, কোনোৱে চিমিনি ব্যৱহাৰ কৰিছে, কোনোৱে 'ফেহলাই' ব্যৱহাৰ কৰিছে; কোনোৱে কলগছৰ ভুৰ বান্ধি নৈ পাৰ হৈছে, কোনোৱে জাহাজেৰে সাগৰৰ ওপৰেদি অহা-যোৱা কৰিছে।

স্বাধীন উপায়বিলাক উলিয়াব পৰা শক্তি, মানুহে একেদিনতে বা আকাশৰ-পৰা পোৱা নহয়। কাৰণ যি জাতি একেবাৰে অসভ্য, পাঁচ শ বছৰৰ

পাচত হয়তো দেখিবা, সেই জাতি সভ্যতাৰ বহুত ওপৰলৈ উঠিছে। বহি-র্জগতৰ কাৰ্য্যৰ ফলত এনেকুৱা ঘটনা হোৱা নাই। কাৰণ যি ঠাইত আগেয়ে অসভ্যই বাস কৰিছিল, সেই ঠাই পাচত এক সভ্য জাতিৰ থকা ঠাই হৈছে, আকৌ যি দেশ আগেয়ে সভ্যতাৰ আধাৰ ঠাই আছিল, সেই দেশ পাছত অসভ্য মানুহৰ বাসস্থান হৈছে। তেনেহলে মানুহৰ সভ্যতাৰ উন্নতিৰ বাই নিয়ম কি? কি কাৰণে বেলেগ বেলেগ জাতিবোৰে সভ্যতাৰ বেলেগ বেলেগ খোপত উঠিব পাৰিছে? পাশ্চাত্য পণ্ডিতসকলৰ মতে কয়, প্ৰাণীজগতৰ ক্ৰমিক অভিব্যক্তিৰ যি নিয়ম, সেই নিয়মেই মানৱজাতিৰ সভ্যতাকো খাটিছে। যোগ্যৰ উন্নতি, অযোগ্যৰ অধঃপাত, পূৰ্ব্বপুৰুষৰ গুণ বা বিশেষত্বৰ অধিকাৰ প্ৰভৃতি তাঙৰ তাঙৰ নিয়মবোৰৰ দ্বাৰাই পৃথিৱীৰ জাতিবিলাক অসভ্য অৱস্থাৰ পৰা সভ্য অৱস্থালৈ উঠিছে। অভিব্যক্তিবাদীবিলাকে কয়, জীৱন ৰক্ষাৰ নিমিত্তে হোৱা যুঁজলৈ সাজু হবৰ কাৰণে মানুহে নানা উপায় কৌশল উদ্ভাৱন কৰে, সেইবিলাক অৰ্জা উপায় আৰু কৌশল এক পুৰুষৰ পৰা আন পুৰুষে অধিকাৰ কৰে, আৰু জাতিৰ চৰিত্ৰত সেইবোৰ শক্তি সোত খাই বয়। এইদৰে যি জাতিয়েই সুবিধাজনক নানা উপায় বা কৌশল উলিয়াই পাচলৈও গাঁঠি থৈ গৈছে, সেই জাতিৰেই উন্নতি হৈছে; সেই জাতিয়েই সভ্য বুলি জগতত গণ্য হৈছে।

যিবিলাকে এই জীৱন ৰক্ষাৰ যুঁজত যোগ্যতা দেখুৱাব পৰা নাই সেই-বিলাকেই প্ৰাকৃতিক নিয়মানুসাৰে পিচলৈ থাকিছে। সেইবিলাক জাতিয়েই অসভ্য বুলি পৃথিৱীত গণ্য হৈছে। এই মতানুসাৰে মানুহে যুদ্ধ-বিগ্ৰহ, অত্যাচাৰ, কুসংস্কাৰ, দুৰ্ভিক্ষ প্ৰভৃতিৰ মাজেদি গৈ উন্নতিৰ অৱস্থাত ভৰি দিব পাৰিছে। যিবিলাক মানুহে এইবিলাক অসুবিধা অতিক্ৰম কৰিব পৰা নাই, সিহঁতৰ উন্নতিত বহুত প্ৰতিবন্ধক হৈছে! এই নিয়ম যদি সঁচাসঁচিকৈয়ে মানৱ জাতিৰ ক্ৰমোন্নতিত খাটিছে, তেনেহলে মানৱ জাতিৰ অৱনতি হবৰ প্ৰায় আশঙ্কা নাই। কাৰণ প্ৰাকৃতিক নিৰ্ব্বাচন প্ৰভৃতি অভিব্যক্তিৰ নিয়ম-বোৰৰ দ্বাৰাই সমাজৰ অৱনতিজনক অংশবিলাক লোপ পাই, সমাজ কেৱল উন্নতিৰ বাটেদিহে যাব। কিন্তু এইটো সাধাৰণ নিয়ম নে? এই প্ৰশ্নৰ উত্তৰত আমি কওঁ নহয়। জগতৰ দুখনী দেশি চোৱাঁ, আধুনিক সমাজ জাতিবোৰৰ সভ্যতাৰ অৱস্থালৈ এবাৰ মন কৰি চোৱাঁ, দেখিবা অভিব্যক্তিৰ নিয়ম অনুসৰি উন্নতি নহৈ, বহুত জাতিৰ সভ্যতাৰ অৱস্থাই লয়প্ৰাপ্ত কৰিব লোৱাখা হৈ পৰিছে।

এইবিলাক জাতিৰ সভ্যতাৰ প্ৰাণ নাই, সেই নিমিত্তে সি বাঢ়িব নোৱাৰে। অভিব্যক্তিবাদীবোৰৰ মতে সভ্য জাতিয়ে বহুদিনৰ ক্ৰমোন্নতিৰ মূৰত সভ্য অৱস্থাত উপস্থিত হৈছে। অসভ্য জাতিৰ কেতিয়াও এনেকুৱা ক্ৰমোন্নতি হোৱা নাই, সেই দেখি অসভ্য অৱস্থা গুচা নাই। কিন্তু সেই বুলি ইংৰাজ জাতিক আমি আগৰেপৰা উন্নতিৰ বাটেৰে অহা পুৰণি জাতি আৰু হিন্দু, চীন, গ্ৰীক, ৰোমান প্ৰভৃতি জাতিক কোনো কালে উন্নতিৰ বাটত ভৰি নিদিয়া আদিম অৱস্থাৰ জাতি বুলিম নে? বুৰঞ্জীয়ে কয়, যি সময়ত পুৰণি হিন্দুবিলাক, চীনহঁতবিলাক, গ্ৰীকহঁতবিলাক, ৰোমানহঁতবিলাক, মিচৰীয়বিলাক ডাঙৰ ডাঙৰ বৈজ্ঞানিক আৰু দাৰ্শনিক প্ৰশ্নবিলাকৰ সিদ্ধান্ত বিচৰাত নিযুক্ত আছিল, যি সময়ত সেই সেই জাতিবিলাকে কৃষি, বাণিজ্য, শিল্প প্ৰভৃতিৰ উন্নতি কৰিছিল, যি সময়ত আৰ্য্যাবৰ্ত্তত পৰাক্ৰমী হিন্দু ৰজাবিলাকে অসংখ্য ডাঙৰ ডাঙৰ নগৰ ৰাজ্য পাতিছিল, চীনাবিলাকে প্ৰকাণ্ড গড়েৰে গোটেইখন চীন বেঢ়ি পেলাইছিল, মিচৰত পিৰামীড সজা হৈছিল, বেবিলনৰ নাম গোটেই এছিয়াত বিখ্যাত হৈ উঠিছিল, এথেন্স, থিবচ, মৰ্ম্মৰ শিলৰ মূৰ্ত্তি আৰু অট্টালিকাৰে পৰিপূৰ্ণ আছিল, টাইবৰৰ পাৰত পৰাক্ৰমী ৰোমানবিলাকৰ ৰাজধানী ইউৰোপৰ শ্ৰেষ্ঠ মানুহবিলাকৰ ৰাজধানী থকা ঠাই হৈ উঠিছিল, সেই সময়ত আধুনিক সভ্য জাতি ইংৰাজ, জাৰ্ম্মান, ফৰাচী, মাৰ্কিন প্ৰভৃতিৰ পূৰ্ব্বপুৰুষবিলাকে হাবিত বাঁহপাতৰ ঘৰ সাজি বাস কৰিছিল, গছৰ ছাল পিন্ধিছিল আৰু শিল, গছৰ পূজা কৰিছিল। অভিব্যক্তিৰ মতে যদি উন্নতিৰ বাটত উঠা জাতিৰ প্ৰাকৃতিক নিয়মানুসাৰে ক্ৰমিক উন্নতিত বাজে অৱনতি নহয় তেনেহলে হিন্দু, চীন, মিচৰীয়, গ্ৰীক আৰু ৰোমান সভ্যতাৰ আধুনিক অৱস্থা এনে কিয়?

অভিব্যক্তিবাদীবিলাকে ইয়াৰ ভাল উত্তৰ দিব নোৱাৰে। আৰু আন এজন মানুহে কয় যে মানুহ সমাজৰ সৃষ্টি হোৱাৰ পাচত, সেই সমাজৰ কিছুমান নিয়ম গঢ়া হয়, কালক্ৰমত সেই নিয়মবিলাক সমাজৰ গাত ইমান দৃঢ়কৈ সোমাই যায় যে সিহঁতক সমাজৰ শৰীৰৰ পৰা বাজ কৰা বৰ টান হৈ উঠে। সমাজে সেই অনাৱশ্যকীয় অথচ এৰিব নোৱাৰা নিয়মবিলাকৰ বাবে নতুন অৱস্থাত সমাজৰ হিতকৰ নিয়ম নকৈ সুমুৱাই লব নোৱাৰে, সেই দেখি সমাজৰ সভ্যতাৰ উন্নতিৰ বাট বন্ধ হয়, সেই সভ্যতাৰ প্ৰাণ নোহোৱা হয়। তাৰি চালে খাইকৈ ভাৰতবৰ্ষতে এই নিয়মটি ভালকৈ খাটিছে যেন অনুমান হয়। হিন্দু সমাজৰ

কিছুমান পুৰণি নিৰ্জীৱ কুটিল নিয়ম ভিত্তিত বান্ধি থৈ আধুনিক সময়ৰ হিন্দুবিলাকে সমাজক নতুন আৰু আৱশ্যকীয় সাজ পিন্ধাব পৰা নাই। সেই পুৰণি নিয়মবোৰ যিমান পুৰণি হৈছে সিমান সিহঁত মেৰপাক খাই ধৰা কুসংস্কাৰ হৈ সমাজৰ মানুহৰ মনক ঢাকি তাত ন পোহৰ ন উছাহ একোকে ঠেটিয়াব নোৱাৰা কৰিছে। কিন্তু যদিও হিন্দু সমাজৰ এনেকুৱা সঙ্কীৰ্ণ আৰু ৰক্ষণশীল অৱস্থা হৈছে, তথাপি তাত নতুন নতুন সংস্কাৰ নোসোমোৱাকৈ থকা নাই। হিন্দুৰাজ্য শেষ হবৰ পৰাই নানা বিদেশী জাতিয়ে আহি ভাৰতবৰ্ষ আক্ৰমণ কৰিছে। কোনোৱে আকৌ নতুন ৰাজ্য পাতি ভাৰতবৰ্ষতে ৰাজত্ব কৰিছে। অতি প্ৰাচীন কালৰ পৰা ভাৰতত বিদেশীৰ প্ৰভুত্ব চলি আহিছে। ইমান দিন বিদেশীৰ প্ৰভুত্বৰ বলত যে হিন্দু সমাজৰ অলপো গঢ় গতি লৰা নাই এনে নহয়। ৰাজনৈতিক বিপ্লৱবোৰৰ লগে লগে একোটা ভয়ানক সামাজিক বিপ্লৱ হৈ উঠে; তাতে সমাজৰ বহুত লৰচৰ হয়। তাৰ ওপৰত আকৌ ভাৰতবৰ্ষৰ ভিতৰতে নানা নতুন ধৰ্মৰ সৃষ্টি হৈ দেশত বহুত ধৰ্মবিপ্লৱ হৈছে। সেই ধৰ্মবিপ্লৱবোৰৰ আনুষঙ্গিক সমাজৰ লৰচৰো বহুত হৈছে। হিন্দু সমাজৰ ইমান ৰক্ষণশীল প্ৰকৃতি নোহোৱা হ'লে ভাৰতবৰ্ষত যিমান ৰাজবিপ্লৱ আৰু ধৰ্মবিপ্লৱ হৈছে, এইবোৰৰ দ্বাৰাই ইমান দিনে হিন্দু সমাজৰ গঢ় যে একেবাৰেই লৰিলহেঁতেন, এনে অনুমান হয়।

তেনেহলে দেখা গ'ল, সমাজৰ লৰচৰ কৰিব নোৱাৰা অৱস্থা হৈ তাত নতুন উন্নতি সোমোৱাৰ বাট মাৰ যোৱাৰ বাবেই মানৱজাতিৰ সভ্যতাৰ অৱনতি হৈছে এনে নহয়। বুৰঞ্জী চালে জানিব পৰা যায় যে পৃথিৱীৰ সমাজবিলাকৰ বহুতৰ অকল উন্নতিৰ বাট বন্ধ হৈয়েই থকা নাই। বহুত সমাজে উন্নত অৱস্থাৰ পৰা নামি একেবাৰে তললৈ গৈছে। দৰাচলতে সমাজবোৰৰ গতিৰ ফালে অলপ মন কৰিলেই এনে বোধ হয় যে কালৰ গতিত প্ৰত্যেক সমাজৰে উত্থান উন্নতি আৰু অধঃপাত হব লাগিছে। পৃথিৱী বহুত উন্নত সভ্যতাৰ সমাধি ঠাই। বহুতে সমাজৰ সভ্যতাক কাল্পনিক চৰাই ফেনিক্সৰে তুলনা কৰে। এনে প্ৰবাদ আছে যে, এটা ফেনিক্স চৰাই বহুত দিন জীয়াই থাকি পাচত মৰিলে তাৰ শৰীৰৰ যি অৱশেষ থাকে, তাৰে পৰা আৰু এটি নতুন ফেনিক্সৰ সৃষ্টি হয়। সেই ফেনিক্সটিও সেই দৰে মৰি আৰু এটি নতুন ফেনিক্সৰ জনম জোৱায়। সেই দৰে এক সভ্যতা মৰি তাৰ ঠাইত আৰু ন সভ্যতা এটাৰ সৃষ্টি হয়। পৃথিৱীত এইদৰে কত সমাজ সভ্যতাৰ

অৱস্থাত তৰি গৈ ওপৰলৈ উঠিল, কালক্ৰমত আকৌ তললৈ নামিল। কতবাৰ বিজ্ঞান, দৰ্শন, বাণিজ্য, শিল্পৰ উন্নতি হৈ আকৌ অধোগতি হৈছে। যি জাতিয়ে এক সময়ত পিৰামীড সাজিব পাৰিছিল, কলোচচ্ গঢ়িব পাৰিছিল, পৰ্ব্বত শিল কাটি ভোথৰ ভোথৰ কৰিছিল, সাগৰত সেতু বান্ধিছিল, সেই জাতি আজি অৰ্দ্ধসভ্য বা অসভ্য বুলি পৃথিৱীত গণ্য হৈছে। এতিয়া সেই জাতিৰ মানুহবোৰে সিহঁতৰ পূৰ্ব্বপুৰুষবিলাকৰ কীৰ্ত্তিৰ চিনবোৰ দেখি তথা মানি তেওঁলোক দেৱশক্তিসম্পন্ন আছিল বুলি অনুমান কৰে।

মানৱজাতিৰ সভ্যতাৰ উন্নতি আৰু অৱনতিৰ নিয়ম জেনেহলে কি? আমি ওপৰত আলোচনা কৰাৰ পৰা দেখিছোঁ যে, সমাজৰ উন্নতি বা অৱনতি সমাজৰ ভিতৰৰ মানুহবিলাকৰ স্বাভাৱিক গুণ বা দোষৰ বাবে নহয়, আৰু দেখিছোঁ বহিৰ্জগতৰ কাৰ্য্য, যেনে, থকা ঠাইৰ গুণ বা দোষৰ বাবে জাতি সভ্য বা অসভ্য নহয়। কালৰ গতিত মানুহৰ সমাজে বহুত অৱস্থা পায়। সেই অৱস্থাত সমাজত এক প্ৰকাৰৰ ৰীতি-নীতি, বিশ্বাস, ভাষা, নিয়ম অনুষ্ঠান প্ৰভৃতিৰ সৃষ্টি হয়। সমাজৰ সেইবিলাক অঙ্গৰ কোনোটিৰ কোনো বিশেষ অৱস্থাৰ বাবে সমাজৰ উন্নতি বা অৱনতি হৈ থাকে। সেই বিশেষ অৱস্থাবিলাক কেনে তাক ক্ৰমে বিচাৰ কৰা যাব।

আমি আগেয়েই উনুকিয়াইছোঁ। যে অভিব্যক্তিৰ নিয়মবিলাকৰ দ্বাৰাই সমাজৰ উন্নতি হোৱা দেখুৱাব পাৰিলেও সমাজৰ উন্নতিৰ গতিৰোধ বা অৱনতিৰ কাৰণ নিৰ্দ্দেশ কৰিবলৈ অভিব্যক্তিবাদীবিলাক অপাৰগ। বাস্তৱিক অভিব্যক্তিৰ নিয়ম অনুসাৰেই মানুহে বেলেগ বেলেগ জীৱন এৰি সামাজিক জীৱন নিৰ্ব্বাহ কৰে; সেই নিয়মবোৰৰ মতেই সমাজৰ সহজ অৱস্থা গুচি বিষম অৱস্থা হয়। বিষম শব্দৰ দ্বাৰাই ইয়াত জটিল আৰু মেৰপাক খোৱা বুজোৱা গৈছে। সমাজ স্থাপিত হোৱাৰ আগেয়ে প্ৰত্যেক মানুহ বেলেগ হৈ আছিল। পাচে কাৰ্য্যৰ গতিত মানুহবোৰে দেখিলে যে বেলেগ ভাবে জীৱন-যাত্ৰা নিৰ্ব্বাহ নকৰি বহুত একেলগে মিলি থাকিলে নানান সুবিধা হয়। অনুমান হয়, মানুহবোৰৰ মাজত যুদ্ধ-বিগ্ৰহ আৰু প্ৰতিদ্বন্দ্বিতা থকাৰ পৰাই এই একেলগে থকা ভাব মানুহৰ মনত উপজিল। সেই সুবিধাবিলাক পাবৰ কাৰণে পাচত বহুত পৰিয়াল গোটখাই সিহঁতৰ মাজত এক সমাজ গঢ়িলে। অভিব্যক্তিৰ নিয়মানুসাৰে অনিশ্চিত, অসংলগ্ন আৰু সহজ একাকাৰ অৱস্থাপন্ন সমাজ লাহে লাহে নিৰূপিত সামঞ্জস্য থকা আৰু সন্ধিযুক্ত বিষমাৱস্থালৈ

যাবলৈ ধৰিলে। কৰ্ম-বিভাগ, বহুত মানুহৰ সন্মিলন আৰু পৰস্পৰ সাহায্যৰ দ্বাৰাই সমাজ ক্ৰমে উন্নতিৰ বাটত আগ বাঢ়িবলৈ ধৰিলে। এই সন্মিলনৰ লগত আৰু দুটি গুণ থকাত সমাজে সোনকালে উন্নতিলাভ কৰিলে। সেই গুণ দুটিৰ এটি সাম্যভাৱ, আনটি স্বাধীনতা। সমাজৰ সকলো মানুহ সমান, সকলোৰে সমান অধিকাৰ, এয়ে সাম্যভাৱ। সমাজৰ কোনো মানুহ কাৰো দাস নহয়, কোনো মানুহে কিছুমান স্বাভাৱিক গুণ অধিকাৰ কৰি আন মানুহৰ ওপৰত ৰাজত্ব কৰিব নোৱাৰে, মূল কথা সমাজত কাৰো আগত কোনোৱে মূৰ দোঁৱাব নেলাগে, এয়ে স্বাধীনতা। এই তিনিটা গুণ সমাজত থাকিলে, সমাজ সভ্য হৈ থাকে, সেই গুণ কেইটা নাথাকিলে সমাজৰ উন্নতিৰ গতিৰোধ হৈ সি তললৈ নামি আহে। সমাজত সন্মিলন আৰু পৰস্পৰ সহানুভূতি থাকিলে মানুহৰ অৱস্থা উন্নত হয়, এটাইবিলাক মানুহে লগ লাগি সমাজৰ উন্নতিৰ কাৰণে পৰিশ্ৰম কৰিলে সিহঁতে সভ্য নাম পায়। সন্মিলন আৰু ঐক্য নহৈ সমাজত বিবাদ আৰু যুদ্ধ-বিগ্ৰহ হলে সমাজৰ অৱনতি হয়। মানুহবোৰে বিবাদত লিপ্ত থাকি সমাজৰ উন্নতিৰ কাৰণে পৰিশ্ৰম কৰিব নোৱাৰে। পৰস্পৰ বিবাদ নাথাকিলেহে আকৌ সমাজৰ উন্নতি হবলৈ ধৰে। বুৰঞ্জী চালে ইয়াৰ বহুত উদাহৰণ পোৱা যায়। প্ৰাচীন কালত এথেন্স আৰু স্পাৰ্টাৰ মাজত যি যুদ্ধ বিগ্ৰহ হৈছিল, তাৰ নিমিত্তে বহুত দিন গ্ৰীচত সভ্যতাৰ উন্নতি নহৈ আগৰ সভ্যতাই লোপ পাবলৈ আৰম্ভ কৰিছিল। এনেতে মেচিডনৰ ক্ষমতাই বৃদ্ধি পাই যেতিয়া গোটেইখন গ্ৰীচ অধিকাৰ কৰিলে, তেতিয়া এথেন্স স্পাৰ্টাৰ পৰস্পৰ বিবাদ নোহোৱা হ'ল। মেচিডনৰ অধীনত গ্ৰীক জাতি আকৌ উন্নত হৈ উঠিল। ইংলণ্ডত সমান অধিকাৰ হোৱাৰ আগেয়ে সেই দেশৰ বেলেগ বেলেগ সম্প্ৰদায়বোৰৰ মাজত অনৈক্য আছিল। কেলটবিলাকে চেক্সনবিলাকৰে বিবাদ কৰিছিল। প্ৰথম উইলিয়মে ৰাজত্ব কৰাৰ সময়ৰ পৰাই সেই বিবাদৰ অন্ত পৰিল। এঙ্গল, চেক্সন, জুট, ডেন প্ৰভৃতি বেলেগ বেলেগ জাতিবিলাক নৰ্মান ৰজাৰ তলত গোটখাই এটা জাতি হ'ল; সেই জাতিৰ মাজত সন্মিলন হবলৈ ধৰিলে। ইংৰাজ জাতিৰ সভ্যতাৰ মূলতো তেতিয়াৰপৰাই হয়। আধুনিক সময়ত ভাৰতবৰ্ষতো এই ৰূপে ইংৰাজ ৰাজত্বৰ অধীনত সম্প্ৰদায়বিলাকৰ মাজত বিবাদ আঁতৰিবলৈ আৰম্ভ হৈছে। এনে এটা দিন আহিব, যেতিয়া ভাৰতবৰ্ষৰ সমাজত সন্মিলন হব, ভাৰতবৰ্ষত আকৌ সভ্যতাৰ উন্নতি হব। মানুহৰ মাজত সন্মিলন

উপজোৱাৰ এটা বাই উপায় বাণিজ্য। বাণিজ্যত সংলিপ্ত থকা মানুহবোৰে অকল সুবিধা আৰু স্বাৰ্থৰ বাবে পৰস্পৰৰ মাজত সম্ভাৱ ৰাখে এনে নহয়। বাণিজ্যৰ কাৰণে নানা দেশত কৃষি মানুহবিলাকৰ মন মুকলি হয়, কুসংস্কাৰৰ নিৰ্চিনা কুঁৱলী আঁতৰাত মন ফৰকাল হয়। কুসংস্কাৰ সকলো ৰকম বিবাদ আৰু অনৈক্যৰ মূল। সি আঁতৰিলে কন্দলৰ কাৰণ নোহোৱা হয়। তেতিয়া মানুহৰ মাজত সম্মিলন হবলৈ ধৰে। ধৰ্মৰ জৰীয়ে বান্ধ খায়ো বহুত মানুহে পৰস্পৰৰ মাজত সম্ভাৱ ৰাখে। কিন্তু কালত সেই ধৰ্মানুৰাগ ঠেক হৈ গলে সমাজত বিপৰীত ভাব হৈ উঠে, পৰস্পৰৰ মাজত সম্ভাৱৰ পৰিবৰ্ত্তে সমাজত কন্দল তেতিয়া আৰু বাঢ়ে।

সাম্যভাৱ আৰু স্বাধীনতাৰ বিষয় একে ঠাইতে আলচ কৰিব পাৰি। আগেয়েই কোৱা হৈছে, অভিব্যক্তিৰ নিয়ম অনুসাৰে সমাজ সহজাৱস্থাৰ পৰা কুটিলাৱস্থালৈ যায়। সমাজত কৰ্ম্মবিভাগ হৈ পৰে। অৰ্থাৎ বেলেগ বেলেগ কামৰ নিমিত্তে বেলেগ বেলেগ মানুহ নিযুক্ত হয়। মানুহবিলাকৰ মাজত পৰস্পৰৰ ওপৰত বেছিকৈ নিৰ্ভৰ কৰা আৱশ্যক হৈ উঠে। প্ৰাণীৰ অভি-ব্যক্তিত যেনেকৈ অঙ্গহীন পিণ্ডাকাৰ জীৱৰ পৰা সন্ধিযুক্ত নানা অঙ্গপ্ৰত্যঙ্গ থকা জীৱ হৈছে, সমাজৰ অভিব্যক্তিতো সেইৰূপে সমাজত প্ৰথমে মানুহ-বোৰে নিজে নিজে আপোনাৰ সকলোবিলাক আৱশ্যকীয় কাম সাধি লয়, ইটোৱে সিটোৰ কাৰ্য্যত সহায়তা নকৰে, পাচত কামবিলাকৰ বেলেগ বেলেগ ভাগ হৈ প্ৰত্যেকৰ কাৰণে বেলেগ বেলেগ শ্ৰেণীৰ মানুহ লগোৱা হয়। তেতিয়া সমাজৰ অঙ্গ হয়। প্ৰাণীৰ যিমান উন্নতি হয় সিমান অঙ্গ বাঢ়ি এটা অঙ্গৰ অৱস্থাৰ ওপৰত আনবিলাকৰ অৱস্থা নিৰ্ভৰ কৰে, সিমান অঙ্গ-বিলাক সিহঁতৰ আৱশ্যকীয় হৈ উঠে। সমাজবো সেইদৰে নানা অঙ্গ বাঢ়ি অৱশেষত সমাজৰ জীৱনৰ কাৰণে প্ৰত্যেক অঙ্গ আৱশ্যকীয় হৈ উঠে। কিন্তু সমাজৰ এই অভিব্যক্তিৰ গতিত এটি বিপদ উপস্থিত হবৰ আশঙ্কা সদাই হয়; আৰু আগৰেপৰা সাৱধান নহলে সেই বিপদ [illegible] বাঢ়ি সমাজক লাওলোৱা কৰে। সেই বিপদটি, সমাজত সাম্যভাৱৰ বিলোপ।

কিন্তু কেনে কাৰ্য্যৰ গতিত পৰি এই বিপদৰ আশঙ্কা উপস্থিত হয়? আমি জানো, সমাজৰ আদিম অৱস্থাত মানুহৰ মাজত প্ৰত্যেক পৰিয়ালেই একোটা সমাজ হৈ পৰে। পৰিয়ালৰ বয়সীয়াল যানা মানুহজনেই ' আনবিলাক পৰিয়ালভুক্ত মানুহৰ ওপৰত কৰ্ত্তৃত্ব চলায়। এই পাৰিবাৰিক শাসনৰ

(Patriarchal Government) পাচত প্ৰত্যেক পৰিয়ালৰ ভেনেকুৱা মুখ্য মাহুহবিলাকৰ মাজৰ পৰা এজনক বাছি সকলোৱে দলপতি কৰি লোৱা হয়; কালক্ৰমত সেই দলপতিবিলাকে ৰজা নাম পায়। ইংৰাজবিলাকৰ পূৰ্ব্বপুৰুষ চেক্সনবিলাক যেতিয়া জাৰ্ম্মেনিত আছিল, সেই সময়ত সিহঁতৰ সমাজত কোনো বিশেষ দলপতি বা ৰজা নাছিল। বহুত পৰিয়াল একে ঠাইতে লগ লাগি পৰস্পৰৰ ভিতৰত সহানুভূতি আৰু সদ্ভাৱ ৰাখি আছিল মাথোন। কেতিয়াবা যুদ্ধৰ সময়ত মুখীয়াল মাহুহবোৰৰ মাজৰ পৰা এজনক বাছি সিহঁতৰ দলপতি কৰি লোৱা হৈছিল। ব্ৰিটেন আক্ৰমণ কৰিবৰ সময়ত সেইদৰে বেলেগ বেলেগ দলপতি বাছি লৈছিল। কালক্ৰমত সেই বেলেগ বেলেগ দলপতি-বিলাক ৰজা হৈ বেলেগ বেলেগ ৰাজ্য পাতিলে। উইচ্, এংলীয়া, মাৰ্চিয়া প্ৰভৃতি সপ্তৰাজ্যৰ তেতিয়াই সৃষ্টি হয়। অৱশেষত সেই সৰু সৰু ৰাজ্য-বিলাকৰ পৰস্পৰৰ মাজত যুদ্ধ-বিগ্ৰহ হৈ সিহঁত দুৰ্ব্বল হোৱাত, এটাইবোৰ ৰাজ্য পৰাক্ৰমী ওৱেচেক্স্ ৰাজ্যৰ তললৈ আহিল। তেতিয়া ওৱেচেক্স্ ৰাজ্য ডাঙৰ হ'ল, ওৱেইচেক্সন ৰজাবোৰৰ ক্ষমতা বাঢ়িল। ৰজাৰ যিমান ক্ষমতা বাঢ়ি যায়, সিমান ৰজা আৰু প্ৰজাৰ মাজত প্ৰভেদ বহল হয়। অৱশেষত ৰজাৰ ক্ষমতা স্বেচ্ছাচাৰী হৈ উঠে। ৰাজ্যত অত্যাচাৰ হবলৈ ধৰে, এজন ৰজাৰ সুখৰ কাৰণে হেজাৰ হেজাৰ মাহুহে খাটিব লাগে, হেজাৰ হেজাৰ মাহুহে ৰাজসিংহাসনৰ আগত দীঘল হৈ পৰি থাকেহি! অকল সেয়েই নহয়, ৰজাৰ ওচৰত কিছুমান বিশ্বাসী বন্ধু থাকে। সিহঁতক ৰজাই আদৰ কৰি বিষয় সম্পত্তি দি ডাঙৰ মাহুহ কৰে; সিহঁতেই দেশত উপাধি পোৱা ডাঙৰীয়া বুলি বিখ্যাত হৈ উঠে। সেইবিলাক ডাঙৰীয়াৰ সুখৰ নিমিত্তে আকৌ বহুত মাহুহে খাটিব লাগে। এইদৰে দেশত একালে এক শ্ৰেণী কুলীন ডাঙৰীয়াৰ সৃষ্টি হয়, আনফালে এক শ্ৰেণী দাসব্যৱসায়ী মাহুহৰ আৰম্ভ হয়। ইয়াৰ দ্বাৰাই সমাজত সাম্যভাৱ নোহোৱা হৈ পৰে। যেতিয়া এনেকুৱা কুলীন প্ৰথা দেশত বৰকৈ চলিবলৈ ধৰে, যেতিয়া ডাঙৰীয়াবিলাক ওপৰলৈ উঠে আৰু সাধাৰণ মাহুহবিলাকে দাসত্বৰ শিকলি পিন্ধে, যেতিয়া ৰজাৰ ক্ষমতাৰ আৰু ইচ্ছাৰ একো প্ৰতিবন্ধক নেথাকে, তেতিয়া সমাজে এক ভয় লগা গঢ় লয়। দেশত সাম্যভাৱৰ পৰিবৰ্ত্তে দাসত্বৰ বান্ধ দিনে দিনে টান হবলৈ ধৰে। জাতীয় সভ্যতা, সমাজৰ এনেকুৱা অৱস্থাৰ বাবে, ক্ৰমে পিচলৈ ঘূঁচকিবলৈ আৰম্ভ কৰে।

এই গ'ল সমাজত ৰাজনৈতিক স্বাধীনতাৰ কথা। মানুহৰ ধৰ্ম্ম বিষয়ে সাম্যভাৱ নহ'লে দেশীয় সভ্যতাৰ অৱস্থা আৰু বেয়া হয়। ওপৰত দেখুৱা মতে সমাজত যেনেকৈ এদল কুলীন ভাওৰীয়াৰ সৃষ্টি হয়, সেইদৰে ধৰ্ম্মযাজক বিলাকো সমাজৰ অভিব্যক্তিও সাধাৰণ মানুহৰপৰা বহুত দূৰৈত গৈ পৰে। নিজ সুবিধাৰ নিমিত্তে ধৰ্ম্মযাজকবোৰে নানা নিয়ম প্ৰণালী কৰি সমাজত সিহঁতৰ শ্ৰেষ্ঠত্ব ভালকৈ থাপি লয়। সিহঁতে যি বিধি দিয়ে তাক লঙ্ঘন কৰিলে সাধাৰণ মানুহবোৰ সমাজচ্যুত হয়। আধ্যাত্মিক স্বাধীনতা নেপাবৰ কাৰণে নীচ শ্ৰেণীৰ মানুহবোৰৰ শিক্ষা নিষিদ্ধ বুলি সিহঁতে নিয়ম কৰে। এই ৰকমে সমাজত ধৰ্ম্ম বিষয়ে সাম্যভাৱ আৰু স্বাধীনতা নোহোৱা হয় আৰু ক্ৰমে দেশীয় সভ্যতাও তললৈ নামে।

সমাজত একেকুৱা সম্মিলন, সাম্যভাৱ আৰু স্বাধীনতা নোহোৱাৰ কাৰণেই যে জাতীয় সভ্যতাৰ উন্নতিৰ গতিৰোধ হৈ শেহত সি ধ্বংস পাইছে তাৰ বহুত উদাহৰণ দেখুৱাব পৰা যায়। পৃথিৱীত যিবিলাক পুৰণি জাতিৰ সভ্যতা লোপ পাইছে, সেইবিলাকৰ অৱনতিৰ কাৰণ বিচাৰি চালেই এই কথাৰ সত্যতা ভালকৈ বুজিব পৰা হব। হিন্দু সমাজৰ বহুত অনিষ্টকৰ ভিতৰুৱা পৰিৱৰ্ত্তন হোৱাৰ বাবেই যে হিন্দু সভ্যতাৰ অধোগতি হ'ল, তাক হিন্দু মাত্ৰেই জানে। পুৰণি ভাৰতবৰ্ষৰ বুৰঞ্জী পঢ়োঁতাসকলে দেখিছে যে, প্ৰায় মহাভাৰতৰ সময়ৰ পৰাই ভাৰতবৰ্ষত সম্মিলন নাই। তেতিয়াৰপৰা পৃথ্বিৰাজৰ সময়লৈকে ভাৰতবৰ্ষত নানা সৰু সৰু ৰাজ্য হৈ পৰস্পৰৰ মাজত বিবাদ আৰু অনৈক্য চলি আহিছিল। সেই অনৈক্যৰ ফলত ভাৰতবৰ্ষত মুছলমানৰ ৰাজত্ব হ'ল; হিন্দু গৌৰৱ, হিন্দু স্বাধীনতা আৰু হিন্দু সভ্যতাৰ মূৰত কুঠাৰৰ ঘা পৰিল। ভাৰতবৰ্ষত একল সম্মিলনৰ অভাৱৰ নিমিত্তেই হিন্দু সভ্যতাৰ অৱনতি হোৱা নাই। বহু দিনৰ আগৰপৰা হিন্দু সমাজৰপৰা সাম্যভাৱ আৰু স্বাধীনতাই বিদায় লৈছে। শেহত ৰজাৰ ক্ষমতা স্বেচ্ছাচাৰী হৈ উঠিল, ৰজা প্ৰজাৰ মাজত স্বৰ্গ-মৰ্ত্তাৰ প্ৰভেদ হ'ল, ব্ৰাহ্মণবিলাকৰ ক্ষমতা বাঢ়ি সিহঁতে নানা উপায়েৰে নিজৰ প্ৰাধান্য স্থাপন কৰিলে। ব্ৰাহ্মণপূজা আৰু দেৱপূজা প্ৰায় একে হৈ পৰিল, টান নিয়মবিলাকৰ নিমিত্তে নীচ কুলীয়া মানুহবোৰ নানা স্বত্বৰপৰা বঞ্চিত হ'ল, সাধাৰণ মানুহৰ আধ্যাত্মিক স্বাধীনতা নোহোৱা হ'ল, তেতিয়া হিন্দু সভ্যতাৰো শোচনীয় অৱস্থা হৈ পৰিল।

ভাৰতবৰ্ষৰ নিচিনা, ইংলণ্ডতো এসময়ত সমাজত সন্মিলন, সাম্যতাৰ আৰু স্বাধীনতা লাহে লাহে কমি গৈছিল হয়, কিন্তু সৌভাগ্যক্রমে কিছুমান কাৰ্য্যৰ গতিত ইংলণ্ডীয় সভ্যতাৰ অৱস্থা বেয়া হবলৈ নেপালে, বৰং তাৰ উন্নতিৰ বাট মুকলি হ'ল। আগেয়ে কোৱা হৈছে, যে ইংলণ্ডতো দেশীয় সমাজত অনৈক্য গুচি নৰ্মাণ আৰু এঞ্জেভাইন ফৈদৰ ৰজাবিলাকৰ ৰাজত্বৰ সময়ত মানুহবোৰৰ মাজত সন্মিলন হবলৈ ধৰিলে। কিন্তু সন্মিলন হোৱাতো, সমাজত সাম্যতাৰ আৰু স্বাধীনতা নথকাৰ বাবে ইংৰাজবিলাকৰ জাতীয় সভ্যতাৰ উন্নতিয়ে বহুত দিন প্ৰতিবন্ধক পাই আছিল। সমাজত সাম্যতাৰ থকাৰ প্ৰথম চেষ্টাত ৰজাৰ স্বেচ্ছাচাৰী ক্ষমতাক দমাবলৈ কাৰবাৰ কৰা হৈছিল। বেৰণবিলাকে এই কাৰ্য্যত সাধাৰণ মানুহৰ নেতৃত্ব কৰিছিল। ৰজাক দমাবলৈ চেষ্টা কৰোঁতে দেশত সমৰাগ্নি জ্বলি উঠিল; বহুত ৰক্তপাতৰ ফলত মেগ্নাকাৰ্টা সাধাৰণ মানুহবিলাকে পালে। ইংলণ্ডীয় সমাজত সাম্যতাৰ আৰু স্বাধীনতা স্থাপনৰ এয়ে প্ৰথম খোজ। সেই সময়ৰপৰাই ইংৰাজ প্ৰজাবিলাকৰ ৰজাৰ ওপৰত ক্ষমতা দিনে দিনে বাঢ়িবলৈ ধৰিলে। মেগ্নাকাৰ্টাৰ প্ৰায় ৪৫০ বছৰৰ পাছত স্বেচ্ছাচাৰিতাৰ বাবে প্ৰথম চাৰ্লচ্‌ৰ শিৰচ্ছেদ কৰি ইংলণ্ডীয় প্ৰজা-বিলাকে ৰজাৰ ওপৰত সিহঁতৰ প্ৰভুত্বৰ সম্পূৰ্ণ চিনাকি দিয়ে। কিন্তু অকল ৰজাৰ ক্ষমতা খৰ্ব্ব কৰাৰপৰা একো ফল লাভ নহ'ল। ৰজাৰ অপৰিসীম ক্ষমতাৰ পৰিবৰ্ত্তে ফিউডেল নিয়মৰ গুণত বেৰণবোৰৰ ক্ষমতা দিনে দিনে বৃদ্ধি পাবলৈ ধৰিলে। ৰজাৰ বিপক্ষে অস্ত্ৰ ধৰোঁতে সাধাৰণ মানুহ আৰু বেৰণবিলাকে একেলগে গোট খাইছিল হয়, কিন্তু যেতিয়া ৰজা প্ৰজাৰ হাতৰ তলতীয়া হ'ল, তেতিয়া সাধাৰণ মানুহবোৰে বেৰণবিলাকৰ অপৰিমিত ক্ষমতা খৰ্ব্ব কৰিবলৈ কাৰবাৰ কৰিলে। ফিউডেল নিয়মৰ দ্বাৰাই বেৰণবিলাকৰ মাটিত থকা ৰায়তবোৰে বেৰণৰ দাসত্ব কৰিছিল। ক্ৰমে ইংৰাজ জাতিৰ মানুহবিলাকৰ মনত যিমান স্বাধীন ভাৱৰ উদয় হবলৈ ধৰিলে, সিমান বেৰণৰ ৰায়তবিলাকে দাসত্বৰ শিকলি ছিঙিবলৈ নানা উপায় উলিয়াবলৈ কাৰবাৰ কৰিলে। শেহত বেৰণবিলাকৰ অত্যাচাৰ অসহ্য হোৱাত দ্বিতীয় ৰিচাৰ্ডৰ সময়ত ইংলণ্ডৰ সাধাৰণ মানুহৰ বিদ্ৰোহানল উপস্থিত হয়। ইংলণ্ডৰ বুৰঞ্জীত এই বিদ্ৰোহৰ নাম কৃষক বিদ্ৰোহ। কৃষক বিদ্ৰোহ ইংৰাজ সমাজলৈ সাম্যতাৰ আৰু স্বাধীনতা আনিবৰ উদ্দেশ্যত আৰু এটি প্ৰধান উদ্যম। এই উদ্যমৰ

পাচত ইউৰোপত শিক্ষা, সমাজ, ধৰ্ম্ম, শাসন প্ৰণালী এই সকলোৱে এক নতুন গঢ় লৈ এক নতুন যুগ আৰম্ভ কৰে। ইউৰোপীয় বুৰঞ্জীত এই যুগৰ নাম (Renascence Period) নৱাভ্যুদয় কাল। এই যুগৰ প্ৰাৰম্ভতে ইংলণ্ডত অক্সফৰ্ড, কেম্ব্ৰিজ প্ৰভৃতি ঠাইত ইউনিভাৰচিটি বা বিশ্ববিদ্যালয়বোৰ স্থাপিত হয় আৰু কেথলিক ধৰ্ম্মৰ পৰিবৰ্ত্তে প্ৰটেষ্টেণ্ট ধৰ্ম্ম ইংলণ্ডত চলিবলৈ ধৰে। ইউনিভাৰচিটিবোৰৰ দ্বাৰাই ফিউডেল নিয়মৰ গুণত লোপ পোৱা সমাজৰ সাম্যভাৱ আৰু স্বাধীনতাক আকৌ উদ্ধাৰ কৰা হ'ল। বিদ্যালয়বিলাকত বৰ মানুহ সৰু মানুহৰ মাজত ভেদাভেদ নথকাৰ বাবে দেশত কুলীনত্বৰ হেচা অনেক পৰিমাণে লঘু হ'ল। সিফালে কেথলিক ধৰ্ম্মৰ অৱনতিৰ লগে লগে অৰ্থলোভী ধৰ্ম্মযাজকবোৰৰ প্ৰাধান্যও নোহোৱা হ'ল। সাধাৰণ মানুহৰ আধ্যাত্মিক স্বাধীনতা হ'ল। তেতিয়াৰপৰা আজিলৈকে ইংলণ্ডীয় বুৰঞ্জীয়ে আমাক কেৱল ইংলণ্ডীয় সমাজত সম্মিলন, সাম্যভাৱ আৰু স্বাধীনতাৰ উন্নতিৰ কথাহে দেখুৱাইছে।

ইংলণ্ডীয় সমাজৰ এই সাম্যভাৱ যে কালত নোহোৱা হব, চোচিয়েলিষ্ট নামে এদল মানুহে এনে বিশ্বাস কৰে। সেইবিলাকে কয় যে, সম্প্ৰতি একালে যেনেকৈ কিছুমান মানুহৰ খুব সৰহ ধন সম্পত্তি হৈছে আনফালে তেনেকৈ কিছুমান মানুহ একেবাৰে নিঃকিন হৈছে। ইংলণ্ডত মানুহৰ সম্পত্তিৰ এনেকুৱা অসামঞ্জস্য হোৱাৰপৰা সমাজৰ অৱস্থা বেয়া হব আৰু তাৰ ফলত জাতীয় সভ্যতাৰ অৱনতি হব, এনে কথা তেওঁবিলাকৰ মুখে শুনিবলৈ পোৱা যায়। আজিকালি মাৰ্কিন দেশ সমাজত ওখ খাপৰ সম্মিলন, সাম্যভাৱ আৰু স্বাধীনতা থকাৰ নিমিত্তে বিখ্যাত হেনৰি জৰ্জ নামে এজন আমেৰিকান অৰ্থনীতিবিদ চোচিয়েলিষ্টৰপৰা জানিব পৰা যায় যে, বৰ্ত্তমান সময়ত আমেৰিকাতো ইংলণ্ডৰ নিচিনা মানুহৰ মাজত সম্পত্তিৰ যি অসামঞ্জস্য হৈছে, তাৰ দ্বাৰাই কালত মাৰ্কিন জাতিৰ সমাজৰ অৱস্থা বেয়া হৈ দেশী সভ্যতাৰ অধোগতি হবৰ সম্ভাৱনা আছে।

# আত্মশিক্ষা

মানুহ হ'লেই দোষ গুণ দুইবো ভাগি হব লাগে। এজন জ্ঞানী লোকে লিখি গৈছে, "মানুহৰ কীৰ্ত্তি কেতিয়াও ভ্ৰমত নপৰাটো নহয়, এবাৰ এটা ভ্ৰমত পৰি পুনৰায় সেই ভ্ৰমতে নপৰাটোহে।" আমাৰ ঋষিসকলৰ "মুনীনাঞ্চ মতিভ্ৰমঃ" এই সাৰগৰ্ভ কথাষাৰো তাৰেই প্ৰমাণ মাত্ৰ। আমাৰ বুদ্ধিশক্তি যে অনেক কথাতে অনাটন তাৰ প্ৰমাণ পদে পদে পোৱা যায়। আমাৰ জ্ঞান ইমান বৰ টান, বৰ টান কিয়, বাস্তৱিক অসম্ভৱ। আমাৰ বল বুদ্ধি সকলো অলপ। আমাৰ নিজৰ ভ্ৰম দেখিবৰ জোখাৰে জ্ঞান আমাৰ আছে। এনেকৈ কওঁতে পাঠকে নেভাবিব যে আমি সকলো কথাৰে দোষ গুণ বুজিব পাৰোঁ; যথাৰ্থতে সেইটি নহয় বুলি অলপ ওপৰতে কোৱা হৈছে। আমাৰ ভ্ৰম দেখিবৰ জোখাৰে জ্ঞান আমাৰ আছে, এই কথাৰ মানে এই যে সেই অলপ জ্ঞানেৰে দেখিবপৰা দোষেই আমাৰ অনেক থাকে। নিজেই ভাল বুলিব নোৱাৰা কামকে আমি কিমান কৰোঁ আৰু নকৰাকৈ আমাৰ কেইটা দিন যায় অলপ গমি চালেই পাঠকে বুজিব পাৰিব। আমি যতবোৰ বেয়া কাম কৰোঁ তাৰ প্ৰায় সকলোকে বেয়া বুলি জানো, তেওঁ ইন্দ্ৰিয় ভোগত লুব্ধ হৈ বা ৰিপুৰ বশ হৈ ধৃৰি ঘুৰি আকৌ তাকে কৰোঁ। পূৰ্ব্বে বেয়া বুলি নজনা আৰু মনেচিতে ভাল বুলি ভবা, পৰিণামত বেয়া প্ৰমাণ হোৱা কাৰ্য্য অকস্মাৎ এটি দুটি ওলাব পাৰে, কিন্তু আমাৰ দোষ যে অধিকাংশই আগৰ শ্ৰেণীৰ অতি কম হে, তাক বোধহয়, কোনেও অস্বীকাৰ নকৰে। কাৰ্য্যৰ দোষ গুণ পূৰ্ব্বে বুজিয়েই বা নবুজাকৈয়ে, যেনেকৈ হওক আমি এটা নকৰিব লগা কাম কৰি যেতিয়া নিজৰ ভ্ৰম নিজে দেখিবলৈ পাওঁ, তেতিয়া অনেক সময়ত আমাৰ মনত বৰ বেয়া লাগে। বিশেষকৈ জানি শুনি নেযাব লগা বাটে যোৱাটো হ'ল বুলি জানিব পাৰিলে সময়ে সময়ে মনত অতি কষ্ট হয়। তেতিয়া মনত "কিয় এই কাম কৰিছিলোঁ, কিয় অমুকটো নকৰিলোঁ, তাকে কৰা হ'লে মোৰ এনে হবলৈ নেপায়" ইত্যাদি ভাব হবলৈ ধৰে,

আৰু "এনে কাম ভৱিষ্যতলৈ নকৰোঁ।" এনে এটি সংকল্প কৰিবৰও মনে মনে ইচ্ছা হয় বা নকৰোঁ। বুলি খোলাখুলি কৰি কৈ পেলোৱাই হয়।

পাঠক, তুমি যদি এনে অৱস্থাত কেতিয়াবা পৰিছিলা, আৰু এনে সংকল্প কেতিয়াবা কৰিছিলা, তেনেহ'লে বুজিব পাৰিবা একোটা আপোনা আপুনি কৰা কামেনো আমাক কেনে অনুতাপত পেলায়। তেতিয়া তোমাৰ মনত এনেবিলাক নাহেনে যে মোৰ কিবা এইটো কথা বেয়া বুলি জনা নাছিল নে? সিদিনাও দেখোন অমুক সময়ত অমুক ঠাইত ঠিক এনে এটা কামকে কৰিছিলোঁ, সেই দিনাও দেখোন মোৰ ঠিক এনে এনেবোৰ অনিষ্টই হৈছিল, তেনেহ'লে কিয় মই ঘূৰি তাকে কৰিলোঁ, কিয় আকৌ সেই ভ্ৰমতে পৰিলোঁ। ভ্ৰমত পৰাটো নপৰাটো নিজৰ ইচ্ছা আৰু চেষ্টাৰ কথা; ভাল বেয়া জানিলেই নহয়, ভাল-বেয়া জানি কাৰ্য্যও সেই অনুসাৰে কৰিব লাগে। বুজিলোঁ, ময়ে মোক বাট দেখুৱাই নুফুৰালে আনে ফুৰাব নোৱাৰে। লোকে অধিক কৰিলে, ভাল কিটো বেয়া কিটো দেখুৱাই দিলে; ভালটো কৰা বেয়াটো কৰাত মোৰহে অধিকাৰ; মই নকৰোঁ বুলিলে লোকে বলেৰে কিয়'ন কৰাব? ময়েহে মোৰ কৰ্ম্মৰ নিমিত্তে দায়ী; বেয়া কৰিলেও ময়েহে ভুগিব লাগে, ভাল কৰিলেও মোৰেহে সন্তোষ। নিশ্চয় আজিৰপৰা এনে কাম নকৰোঁ। এইৰূপে প্ৰথমে নিজৰ দোষ দেখা আৰু তালৈ ঘিণ হয়; দ্বিতীয়, তাৰ বাবে অনুতাপ কৰা হয়, তৃতীয় ঘূৰি সেই দোষকে নকৰিবলৈ প্ৰতিজ্ঞা কৰা হয়। এই প্ৰতিজ্ঞাই আত্মশিক্ষাৰ সংকল্প। নিজৰ দোষ দেখি আৰু সেই দোষ নিৰ্ম্মূল কৰাৰ নিজেই গৰাকী বুলি বুজি, তাক গুচাবলৈ নিজকে নিজে শিকোৱাই—মোটতে যাত লোকৰ হাত নাই, তেনে এটা কথাত আপোনাকে আপুনি শিক্ষা দিয়াই—আত্মশিক্ষা।

ভাল হবৰ সকলোৰে মন যায়, আৰু আত্মশিক্ষা নকৰিলে ভাল হোৱাটো বৰ টান, এই কথাও প্ৰায় সকলোৱে বুজে। গতিকে আত্মশিক্ষা অভ্যাস কৰিবলৈ অনেকৰ মন যায়। কিন্তু শিক্ষাৰ গতি সোজা নুবুজাৰপৰা শিক্ষাটি সুসম্পন্ন অলপ লোকৰহে হয়।

আত্মশিক্ষাৰ উদ্দেশ্য কেৱল সাংসাৰিক ঐশ্বৰ্য্যই হব নেলাগে। অলপ ভাবি চালেই ধাৰণা পাবি যে আত্মাৰ শুদ্ধিয়েই হে ঈশ্বৰৰ ইচ্ছা আৰু তাকে কৰিব পাৰিলেহে আমাৰ নিজৰো মনত নিৰ্ম্মল সন্তোষ লাগে। কোনোৱে

ভুল কৰি সাংসাৰিক ঐশ্বৰ্য্যকে আত্মশিক্ষাৰ পৰীক্ষা বুলি ভাবে। সংসাৰী কথাত জয় নহ'লেই আত্মশিক্ষা নিয়মিত ৰূপে হোৱা নাই বুলি ঠিৰাং কৰাটো উচিত নহয়, সাংসাৰিক ঐশ্বৰ্য্য বেয়া এইটি কথা আমি কোৱা নাই, কিন্তু অকল তালৈকে আত্মশিক্ষা লাগে, ভাবিলে আত্মশিক্ষা নহয়,—এইটিহে কৈছোঁ। সংসাৰত সমৃদ্ধিশালী হবলৈ অনেক উপায় কৰিব পাৰি, ধন বস্তু পৰিশ্ৰম কৰিও কৰিব পাৰি। সেই কাৰণে ধন বস্তু হোৱাই যদি আত্মশিক্ষাৰ উদ্দেশ্য হয় তেনেহ'লে জঘন্য কাম কৰিবলৈকো সময়ে সময়ে মন যাব। সেই কাৰণে এই বিধৰ শিক্ষাক আত্মশিক্ষা বুলিব নোৱাৰি। আত্মশিক্ষাৰ উদ্দেশ্য হৈছে আত্মাক উন্নত কৰা, অধৰ্ম এৰি ধৰ্মৰ বাটে যোৱা, পৰমেশ্বৰৰ ইচ্ছা সম্পাদন কৰা। এই নিমিত্তেই পৰিণামদৰ্শিতাও ইয়াত নিয়মিত ৰূপেহে খাটে, অধিককৈ খটাবলৈ গ'লে লাভ নহৈ হানিহে হয়। পৰিণামদৰ্শিতাই ভাল বেয়া কি তাকে দেখুৱাই দিব পাৰে, তাতকৈ বেচি কৰিব নোৱাৰে; আৰু আত্মশিক্ষাৰ গোটেইটো ভাৰ পৰিণামদৰ্শিতাৰ ওপৰত দিলে উপকাৰ নহৈ অপকাৰ হে হয়। পৰিণামদৰ্শিতাৰ বলত ৰাজ সন্মানো পাব পাৰিব পাৰা, জগতকো জয় কৰিব পৰা, কিন্তু যথাৰ্থ সৎ কাম কৰি, সৎ কাম কৰাৰে ফল স্বৰূপ যিটো নিৰ্ম্মল সন্তোষ আমি লভোঁহঁক সেই সন্তোষ এনে ছুচিঠেকীয়া আত্মশিক্ষাৰপৰা হব নোৱাৰে; দুৰ্দ্দান্ত মনক পৰমেশ্বৰৰ চৰণে নদমালে দমাওঁতা নাই। সেই কাৰণে ঈশ্বৰত ভক্তি কৰি তেওঁৰ চৰণত মতি থৈ আত্মশিক্ষাত এখোজ দোখোজকৈ আগ বাঢ়িব লাগে। আমাক সৎ পথত প্ৰবৰ্ত্তাবলৈ, আমাৰ মনক সৎ পথত ৰাখিবলৈ ঈশ্বৰক প্ৰাৰ্থনা কৰা আত্মশিক্ষাত বৰ সহায় কৰে, প্ৰাৰ্থনা কিন্তু ভিতা লৰাই নাম ললেই ও দীঘল হৈ সেৱা কৰিলেই নহয়, মনে প্ৰাণে প্ৰাৰ্থিত বস্তু আকাঙ্ক্ষা কৰিব লাগে, আৰু ঈশ্বৰৰ চৰণত চিত্তক উছৰ্গি দি অকপটে ভিক্ষা মাগিব লাগে। ঈশ্বৰৰ অগোচৰ একো নহয়; তোমাৰ কিমান ভক্তি আৰু তেওঁক খোজা বস্তু পাবলৈ তোমাৰ ইচ্ছা কিমান প্ৰবল তাক ঈশ্বৰে বেছকৈ বুজে। কপটতা মানুহতে কৰিব নেপায়,—ঈশ্বৰক ভাঁড়ি কৰোঁতে কপটতা কৰা কি জঘন্য মন কাৰ চোৰাচোন।

আত্মশিক্ষাত আৰু এটি দোষ অনেকে কৰে। আত্মশিক্ষা আৰম্ভ হওঁতেই বা অলপ মাথোন হওঁতেই অনেকৰ আত্মবিশ্বাস এটি জন্মে।

অৰ্থাৎ নিজৰ দোষ দেখি মনত এই যে ভাববিলাক হয়, তাতে সেই ভাব অনুযায়ী কাম কৰি কিছুদিন চলিয়েই অনেকে বহুত হ'ল বুলি ভাবে আৰু তাৰ পৰা আগ বাঢ়িব নোখোজে বা নোৱাৰে। তাতে অনেকৰ বিশ্বাস হয় যে জানিব লগা জনা আৰু কৰিব লগা কৰা হ'ল, ভাবে ইমান কথা কোনে শুনিছে বা ইমান কাম কোনে কৰিছে। তেওঁবিলাকৰ নিচিনা কত কত মানুহে নিজৰ দোষকে দেখিবলৈ পোৱা নাই, দেখিও কতই এৰিব পৰা নাই, এনেবোৰ ভাব কৰি দোষেৰেই ভৰা জগৎ এখনি মনতে কল্পনা কৰি লৈ নিজে যি কেৰা কৰিলে তাতে আনন্দত বিভোৰ হৈ আত্মশিক্ষাৰ উচ্চ শিক্ষাত উঠিলগৈ বুলি ভাবে। অৰ্থাৎ নিজৰ উন্নতি দেখিয়েই হক বা লোকৰ হীনতা দেখিয়েই হক কিম্বা দুয়ো কাৰণৰ ভাব গোট খায়েই হক মনত এটা অতিৰিক্ত আনন্দ বা অহঙ্কাৰ জন্মি আত্মশিক্ষাৰ বাটত ভেঁটা দিয়ে। লোকক হীন যেন দেখাই যদি এই আনন্দৰ কাৰণ হ'য় তেনেহ'লে সি যে এটা ডাঙৰ দোষ তাক কোৱাৰে আৱশ্যক নাই। কিয়নো, সি এবিধ দম্ভ, আৰু মনত দম্ভ ৰাখি আত্মশিক্ষা কৰিব খোজা—বিড়ম্বনা মাথোন। তদুপৰি এনে কথাত দম্ভ কৰাও কাঠচিতীয়াৰ চিন নহয় নে? যদি হয়, এইটি যেনে ঘৃণাৰ যোগ্য, সিটিও তেনে ঘৃণাৰ যোগ্য। লোকৰ হীনতাৰে সম্পৰ্ক নৰখাকৈ নিজৰ উন্নতি অনুমান কৰিয়েই মনত এটি সন্তোষ জন্মে; কাৰণ, নিজৰ ভাল হ'লে মনত ভাল লাগে, ই স্বাভাৱিক কথা। কিন্তু ৰব প্ৰবল হ'লে আনন্দই হানিৰ পথলৈহে নিয়ে। সেই গুণে এই বিষয়তো আনন্দক সীমা এৰি যাবলৈ দিলে সি খালত হে পেলায়গৈ। আৰু নিয়ম মতে চালে ইয়াত অকল আনন্দই হোৱা উচিত নহয়। আনন্দ কৰিবৰ বিশেষ কথা নো কি? তোমাৰ এটি দোষ আছিল তাকে দেখিলা বা দেখি এৰিলা; তুমি জানিবা এটা বাঘৰ মুখত পৰিছাগৈ, গম পাই প্ৰাণ ৰাখি পলালা বা তাক মাৰি তোমাৰ জীৱন ৰাখিলা। তেতিয়া তোমাৰ মনত কি ভাব আছে? সেই বিপদলৈ মনত পৰি হাতে ভৰিয়ে নকঁপে নে? পাচতো সেই বিপদ মনত পৰিলে গা জিকাৰ খাই নুঠেনে? কোনো এটা কু-অভ্যাস বা অসৎ স্বভাৱৰ হাত সাৰিলেও আমাৰ মনত ঠিক তেনে ভাৱহে হব লাগে; তাক যি কেৰা আনন্দ হয় তাক যোৱা বিপদৰ ভয়ৰ মূৰ্ত্তি দেখুৱাই দমাই ৰাখিব লাগে, নহ'লে বাঘৰ আগত

ছাগে ভেও দিয়াৰ দৰেহে হয়। আনন্দত মতলীয়া হ'লে বা বিপদক দেখিবলৈ পোৱাৰ বাবেই তালৈ অশ্ৰদ্ধা হ'লে বিপদে মেৰাই ধৰিবলৈ বেচি ছল হে পায়।

আৰু এটা কথা। তুমি জানিবা এটা ল'ৰা পঢ়াব লগা হৈছে, তেতিয়া তুমি সেই ল'ৰাই কিমান শিকিছে, আৰু সম্প্ৰতি তাক কি শিকাব লগা হৈছে এই কথা জানি নোলোৱাকৈ? আত্মশিক্ষা অভ্যাস কৰিবলৈকো প্ৰথমে আত্মপৰীক্ষা কৰিব লাগে, নিজৰ দোষগুণ সোপাকে ভালকৈ বুজি লব লাগে। ইয়াক কৰিবলৈ যাওঁতে কিন্তু আমি বিশেষ সতৰ্ক হব লাগে; কিয়নো, আমাৰ স্বভাৱেই এই যে নিজৰ দোষবোৰ ভালকৈ নেদেখোঁ; আৰু অনেক সময়ত আমি অলপ দেখিলেই সন্তুষ্ট হওঁ। নিজৰ গাত বা এভোখৰ হ'লে যেনেকৈ আমি লিৰিকি-বিদাৰি থাকিবলৈ বেয়া নেপাওঁ, পচি গ'লেও ধুই পখালি যতনেৰে ঢাকি থওঁ আৰু লোকে যিমান বিশ্ৰী দেখে আমি সিমান নেদেখোঁ, কু-আচাৰ কু-অভ্যাস আদি মনৰ থাকো আমি সেই দৰেই ঢাকি থবৰ চেষ্টা কৰোঁ আৰু নিজে তাৰ কদৰ্য্যতা ভালকৈ নেদেখোঁ, তাৰে সৈতেই উমলি থাকোঁ। কিছুমান দোষকো দোষ বুলি ভাবিবলৈকে ভাল নেপাওঁ, কিছুমান আকৌ দোষ বুলি জানো আৰু গুচাবৰ ইচ্ছাও কৰোঁ, কিন্তু তাৰ পৰিমাণ কি তাক ভালকৈ গমি নেচাওঁ, অলপ দেখিয়েই গোটেইটো দেখিলোঁ ভাবি সন্তুষ্ট থাকোঁ। এই বিলাক আত্মশিক্ষাৰ বিধিনি। যথাৰ্থ আত্মশিক্ষা কৰিব খুজিলে নিজলৈ যিকেবা পক্ষপাতী ভাৱ থাকে তাক প্ৰথমে নিৰ্মূল কৰি লব লাগে। অলপ-কাম কৰি বহুত কৰিলোঁ যেন ভাবি আত্মগৌৰৱ কৰিবলৈ সৰহ জ্ঞান নেলাগে আৰু কৰাটো জ্ঞানীৰ লক্ষণো নহয়। সেই পক্ষপাতী ভাৱ নিৰ্মূল কৰিব নোৱাৰোঁ মানে এনে আত্মগৌৰৱ কৰিবলৈকে মন কোচ নেখায়, আত্ম-শিক্ষাও অলপ হে হব। সেই কাৰণেই আকৌ কওঁ, সেই পক্ষপাতী ভাৱ গুচাই নিজৰ দোষ গুণৰ আচল অৱস্থা আৰু পৰিমাণ স্বচ্ছকৈ বিচাৰ কৰিবলৈ অলপো লাজ নেপাবা। এই কথাত যিমান দকৈ গুণিব পাৰি সিমান ভাল; ওপৰে ওপৰে চাই অলপ গুণিয়েই এৰি দিয়া আত্মবঞ্চনা মাথোন। তোমাৰ ইচ্ছা কি, বাস্তবিক ভাল হোৱাটো নে, লোকক ভাল দেখুওৱাটো? যদি ভিতৰি ভাল নহৈ বাহিৰে লোকক ভাল দেখুওৱাটোহে

তোমাৰ মন হয়, তেনেহ'লে জানিবা, সেই আশা কেতিয়াও পূৰ নহয়, তোমাৰ আন আন দোষৰ লগত আৰু এটা দোষ যোগ হে হব। পিতলক সোণ বুলি এবাৰ দুবাৰ বেচিব পাৰিব পাৰা, এদিন নহয় এদিন অৱশ্যে তাৰ আচল গুণ প্ৰকাশ পাব; তেতিয়া বেচোঁতাকহে নিলগতে ছেই ছেই কৰিব, পিতলক আৰু সোণ নোবোলে! এতেকে তুমি যদি বাস্তৱিকে ভাল হব খোজা, তেন্তে তুমি আচলতে গুচাবলগীয়া কি কি দোষ তোমাৰ আছে তাক বেছকৈ জানিবলৈ চেষ্টা কৰাত অলপো ত্ৰুটী নকৰিবা। সদাই মনত ৰাখিবা যে, তুমি যেন আপোনাকে আপুনি বঞ্চনা নকৰা। যেতিয়া জানিবা যে তুমি তোমাত নিজে সঁচা আছা আৰু তোমাতে ঢাকিবলৈ তোমাৰ অলপো মন নেযায়, যেতিয়া জানিবা যে দেখিবলৈ পোৱা সকলো দোষকে গুচাবৰ নিমিত্তে প্ৰাণপণে চেষ্টা কৰাৰ যে অতি আৱশ্যক এইটি কথাও তোমাৰ মনত বেছকৈ ধাৰণা হৈছে, তেতিয়া দেখিবা যে কু-মতিয়ে আৰু তোমাক ভুলাবলৈ সাহ নেপায়! কু-ৰীতি কু-অভ্যাসে ভেজা লবলৈ ঠাই নেপাই আপোনা আপুনি পলাবলৈ ধৰিব। কিন্তু যেতিয়ালৈকে মনত এইটি ঠিক কৰি বহুবাই লব নোৱাৰা যে আত্মশিক্ষাই নিজৰ উন্নতিৰ প্ৰধান উপায় আৰু আত্মশিক্ষা অভ্যাস কৰিবলৈ নিজে নিজৰ দোষগুণ সম্পূৰ্ণৰূপে বুজি লব লাগে, তেতিয়ালৈকে আত্মশিক্ষাৰ বৰ শ্ৰীবৃদ্ধি হব নোৱাৰে।

নিজৰ উন্নতি সাধনা কৰিবলৈ পূৰা মন হৈও আৰু অপকটে আত্ম-শিক্ষা কৰিবৰ ইচ্ছা কৰিও অভ্যাস কৰিবৰ নিয়ম ভালকৈ নজনাৰ পৰা আত্মশিক্ষাৰ সকলো চেষ্টা নিস্ফল হয়। এই বিষয়ৰ সাধাৰণ দোষ এটা এই যে আমাৰ দোষ গুণৰ মূল কাৰণটো নিবিচাৰি কেতিয়াবা কেতিয়াবা ওপৰে ওপৰে খপিয়াই ফুৰোঁ। আমি ভাবোঁ যে আমাৰ কাৰ্য্যবিলাকৰ ইটোৰে সিটোৰে একো সম্পৰ্ক নাই। এনে আত্মবিচাৰক শুদ্ধ বুলিব নোৱাৰি। ভাল আত্ম-শিক্ষা হবলৈ আত্মবিচাৰ শুদ্ধ হব লাগে, অৰ্থাৎ সকলোবোৰ দোষ গুণক চপাই অনা হব লাগে। আমি যি যি কাম কৰোঁহক সেইবিলাক কণাৰ দৰে নহয়, সকলোবোৰৰে কৰ্ত্তা একো একো জনহে, আৰু এটা এটা ৰিপুৰ বা এটা এটা সদ্‌গুণৰ ফল স্বৰূপ বহুত বহুত কাম এক এক শ্ৰেণীতে পৰে। সেই কাৰণে আমাৰ দোষ গুণৰ বিচাৰ কৰোঁতে আমাৰ কোন কামৰ কি কাৰণ সেইটি ভালকৈ বিবেচনা কৰি ঠিক কৰিব লাগে। তোমাৰ

জানিবা এটা বেয়া স্বভাৱ আছে, তাৰে পৰা এদিন এটা বেয়া কাম কৰিলা ; যেনে, তোমাৰ খঙাল স্বভাৱৰ গুণে আজি এজনক টান কথা কৈ বেজাৰ দিলা। পাচত মনত অনুতাপ পালা, মনে মনে ভাবিলা এনে কাম আৰু নকৰোঁ। আন এদিন আকৌ কিছু বেলেগ অৱস্থাত আন এজনক তাকে কৰিলা, সেইবাৰো সেই সেই ভাৱেই আছিল। এইৰূপে প্ৰতিবাৰেই একোটা বেয়া কাম কৰিছা বুলিও জানিলা, বাৰে বাৰে মনত খিকাৰো লাগিল, বাৰে বাৰে নকৰোঁ বুলিও ভাবিলা, প্ৰতিবাৰেই কি কি অৱস্থাত সেই কাম কৰা হৈছিল তাক মনত ৰাখিলা, আৰু পুনৰায় সেই অৱস্থা কেতিয়া পৰেহি আত্মশিক্ষাৰ প্ৰমাণ কৰিবলৈ সেই সময়লৈ বাট চাই থাকিলা, অৰ্থাৎ একোটা দোষৰেপৰা ভিন্ন ভিন্ন অৱস্থাত যি যি বেলেগ কাম কৰিলা তাৰ একোএকোটাক বেলেগ বেলেগ একোটা দোষ বুলি ভাবি এটা এটা কৰি গুচাবলৈ ঠিক কৰি থলা আৰু সেই সময়ত মনত যি বেজাৰ লাগিল তাৰ পৰা স্থিৰ কৰিলা যে এইবাৰ দোষ সংশোধন নহৈ নোৱাৰে। আছিল তেনে এক কামৰ পাল ; আগৰ মনৰ কষ্ট আৰু সঙ্কল্প মনত থাকিল যদি ভালেই হ'ল, দোষটি নকৰিলা ; মনত সন্তোষ পালা ; যদি নেথাকিল, আকৌ সেই দোষকে কৰি সেই কষ্টকে ভোগ কৰিলা ; তাৰ বাহিৰেও এই দুই সময়ৰ ভিতৰতে মূল দোষটি উলিয়াই নোলোৱাৰ বাবেই দোষৰ সংখ্যা সৰহ হৈ এটাইবোৰ মনত ৰখোৱা বৰ টান হয় আৰু যথাৰ্থ একেটা বস্তুকে শ ঠাইত দেখাৰ কাৰণেই শটা বুলি ধাৰণা কৰাৰ নিচিনা হয় ; গতিকে আমাৰ পৰিশ্ৰমো অনেক গুণে বাঢ়ে, কামো নিসিজে। এই নিয়মেৰে আত্ম-শিক্ষা কৰিলে আত্মশিক্ষাই গা কৰিব নোৱাৰে। গছজোপা থাকে মানে ৰতৰত গুটি লাগিয়েই থাকিব ; বাৰে বাৰে গুটি ছিঙি কিমান ভত পাবা ? কিন্তু এবাৰ গুৰি কাটি দিলে গুটিৰ গুচবলৈ নোৱোৱাকৈয়ে তোমাৰ অভীষ্ট সিদ্ধ হব। সকলো গছিত কামবো গুৰিটো বিচাৰি লৈ তাতে কুঠাৰ লগাব লাগে তেহে আত্মশিক্ষা নিয়ম মতে হয়। আমি যেই সেই বেয়া কাম কৰিলে তাক কৰাত নো ঈশ্বৰৰ কোন আজ্ঞা লঙ্ঘন হ'ল, সেইটো চাব লাগে, আৰু সেই আজ্ঞা বুজিবলৈ আৰু পালন কৰিবলৈ উপায় চিন্তিব লাগে, ইয়াকে কৰিলেই দোষৰ গুৰিতে কুঠাৰ দিয়া হব, এক শ্ৰেণীৰ বেয়া কাম লোপ পাবলৈ বাধ্য হব। এতেকে আত্মশিক্ষা অভ্যাস কৰোঁতে

আমাৰ কামবিলাক এটা এটাকৈ নধৰি সেইবিলাকৰ মূল সূত্ৰ কি তাক বিচাৰি উলিয়াই লব লাগে ; আৰু কিমান দিনৰ মূৰত একোটা বেয়া কামকে ঘূৰাই কৰিলোঁ বা তাক কৰিবলৈ প্ৰলোভন কি পৰিমাণে বাঢ়িল বা টুটিল ইয়াক নেচাই ঘাই ৰিপুৰ শক্তি কিমান বাঢ়িছে বা টুটিছে তাকহে চাব লাগে। আদি ৰিপু কেইটাক টিপা মাৰি ধৰিব পাৰিলে আৰু সিঁহতক উকাবলৈ নিদি নষ্ট কৰিবৰ চেষ্টা কৰিলেহে আত্মশিক্ষা নিয়ম মতে হব পাৰে, উন্নতিও চিৰস্থায়ী হব পাৰে। ইয়াক কৰাৰ এটা প্ৰধান উপায়— যি দোষৰ বিপক্ষ যিটো গুণ তাৰ চৰ্চ্চা কৰা। কোনো দোষৰ বিৰোধী গুণটো বঢ়াব পাৰিলে সেই দোষ কমিবই লাগিব। সঁচা কবলৈ শিকিলেই মিছা নকবলৈ শিকা হব, ক্ষমা শিকিলেই ক্ৰোধ যাব। পৰিশ্ৰম কৰিবলৈ শিকিলেই এলাহ যাব। একেটা বস্তুতে একে বিধৰ দোষ গুণ দুইটা হব নোৱাৰে, বগা বেচি কৰা মানে ক'লা কমিব। আমাৰ কাৰ্য্যবিলাকৰো সেইদৰে সিঁহতক ভালকৈ আনিব খোজা মানে বেয়া গুণ কমি যাব। অকল বেয়াকে নকৰোঁ বুলি থাকিলে নহয়—ভাল কৰিম বুলি প্ৰতিজ্ঞা কৰিব লাগে আৰু সেই অনুসাৰে কৰিবও লাগে।

ইয়াক কৰিবৰ এটা প্ৰধান উপায়—কোনো এটা দোষ কৰিবলৈ প্ৰলোভনৰ যিবিলাক স্থল থাকে তাক এৰা। এটা বেয়া স্বভাৱ থাকিলে তাক গুচাবলৈ হ'লে যি ঠাইত বা যি সঙ্গত সেই স্বভাৱৰ কাৰ্য্য হব পাৰে তাক এৰি য'ত তেনে কাৰ্য্য হব নোৱাৰে তেনে ঠাই বা সঙ্গ বিচাৰি ললে সুবিধা নহব নে? নিজৰ কৰ্ত্তব্য নকৰাটো তুমি পাপ বুলি জানিছা আৰু তুমি তোমাৰ কৰ্ত্তব্য নকৰাৰ বাবে তোমাৰ মনত আত্মনিন্দা আৰু কৰ্ত্তব্য কৰিবলৈ শিকাই তোমাৰ ইচ্ছা হৈছে, তেন্তে যি মানুহৰ নিজ কৰ্ত্তব্য অৱহেলা কৰা দস্তুৰ আছে সেই মানুহৰ লগ এৰি যি মানুহে নিজ কৰ্ত্তব্য কৰাকে এটা সুখ মানে, তেনে মানুহৰ লগ লোৱা তোমাৰ এটা উত্তম সহায় নহব নে? যোঁৱাৰ ঘৰলে সোণো এলান্ধুৱা হয়, আৰু সোণৰ লগত কাচেও উজ্জ্বল বৰণ ধৰে, এই কথা গমি চালেই আমি কোৱা কথাৰ প্ৰমাণ হব, নিজৰ মনক উন্নত কৰিলেই ইয়াক কৰিবলৈকো ইচ্ছা হব, হাতেৰে ভাজি কুঁৱলী গুচাব নোৱাৰি, কিন্তু কিছু ওপৰলৈ উঠিলেই কুঁৱলী তলত পৰি থাকিব, তোমাক ছুবকে নোৱাৰে। ওপৰলৈ উঠিবলৈকো প্ৰথমে যেনেকৈ

কুঁৱৰীৰ হাত সাবিবৰ ইচ্ছা প্ৰথমতে হব লাগে, মহৎ সকলো আদি এৰিবলৈকো প্ৰথমে ইচ্ছা হব লাগে, আৰু মনক উন্নত নকৰামানে বেয়া কামক মনে-চিতে ঘিণাবলৈ নিশিকামানে সেই ইচ্ছা নহয়।

ওপৰত কৈ অহাবোৰ—পাপ গুচাবৰ উপায় বোগৰ ঔষধ! অকল তাকে মনত ৰাখিলে আৰু আত্মশিক্ষাৰ উপায় কেৱল সেইবিলাককে মানিলে, নবীয়াক গুদা ঔষধ খুউৱাৰ দৰে হব। বোগীক অকল ঔষধ খুৱালেই আৰু অপথ্য নুখুৱাই থলেই বোগৰ উপশম হেৰুৱা টান; গাত বল-শক্তি হবলৈ পথ্য বস্তু খুৱাবও লাগে। আমাৰ বেয়া অংশ গুচাবলৈকো ভালৰ অংশক পোহপাল দিলে হে সুযোগ হয়। সকলো মানুহৰে বেয়া যিমানেই থাকক ভাল গুণও কিছুমান থাকে। এই ভাল সকলৰ উন্নতিলৈকো সততে চকু দি থাকিব লাগে। বেয়া স্বভাৱ গুচাবলৈ যিবোৰ গুণৰ চৰ্চা কৰোঁ তাৰ লগতে এইবিলাক সহায় হব। পুণ্যৰ সংখ্যা যিমান বাঢ়ে পাপৰ সংখ্যা সিমান কমিব, পাপে থাকিবলৈ ঠাই নেপাই আপোনা-আপুনি পলাব লাগিব। পাপ সবহ হ'লে পুণ্যই ঘিণত আঁতৰ হয়; পুণ্য সবহ হ'লে কিন্তু পাপক দংশে।

কোনো লোকৰ এটি বিশ্বাস থাকে যে পেটত ভাল ভাব থাকিলে মুখেৰে বা বাহিৰৰ কামত তাক প্ৰকাশ কৰা নকৰাত একো কথা নাই। এইটি কিন্তু ভুল, তোমাৰ মনত অনেক ভাল ভাব থাকিব পাৰে, কিন্তু সেই ভাব অনুসৰি কাম কৰিব নোৱাৰিলে থকাৰ লাভ কি? ভাল ভাব মনত থকাত বেয়া নকৰি থাকিব পাৰিব পাৰা; কিন্তু ভাল কৰ্ম্মটো আৰু ক'ত হব? আমি অকল বেয়া নকৰাকৈ থকাই কিন্তু ঈশ্বৰৰ ইচ্ছা নহয়, আমাক দিয়া শক্তিবোৰ অপব্যয় নকৰি তাৰ জোখাৰে ভাল কামো কৰিব লাগে। নিজে দুখ কৰি উপাৰ্জ্জন কৰিব লাগে এই কথা জানিলেই নহয় আৰ্জ্জিবও লাগে। তদ্ৰূপৰি মনৰ ভাল ভাবক কাৰ্য্যত লগালে তাৰ উন্নতি হয় আৰু কি কেনেকৈ কৰিব লাগে তাক জানি নলগালে সেই ভাব অতি শীঘ্ৰে লোপ পাবৰ সংশয় থাকে। অঙ্ক কৰাৰ নিয়মটো শিকি অঙ্ক নকৰিলে নিয়মটোকে ভালকৈ বুজাই নহয়, বুজা হ'লেও বেগেতে পাহৰোঁহক; আন কি, নিয়ম বুজি অঙ্ক কৰি কিছুদিন ভালকৈ অভ্যাস কৰিলেও, কৰিবলৈ এৰি দিলে, কিছুদিনৰ পাচতে এটাইবোৰ পাহৰি পেলাওঁ, আকৌ

নকৈ শিকিব লগা হয়। আত্মশিক্ষাৰ বিষয়তো এইটো কথাই খাটে; ভাল কি তাক জানি সেই জ্ঞানক সততে কামত লগাই থাকিলেহে জ্ঞানটো পকা হয়। আৰু তাক পোৱাৰো উপকাৰ হয়, নকৰিলে সি জ্ঞান হোৱা নোহোৱা সমান, সময়ত হাতে পোৱাত নথকাই হবগেও পাৰে, আত্মশিক্ষাত মনেগাই লাগিব লাগে, ভিতৰৰ ভাবক বাহিৰৰ কামত দেখুৱাব লাগে, দেখুৱাটো একো বেয়া কথা নহয়। বাহিৰা জগতৰ সহায়ো আমাক লাগে। আৰু নিয়মিত পৰিমাণে লোৱাও উচিত, ঈশ্বৰে ভুল কৰি আমাক এই জগতত স্ৰজন কৰা নাই, বাজ ভিতৰ ছুইটা মিলাই ৰাখিব পৰাইহে আমাৰো জ্ঞানৰ চিন।

আমাৰ মনে বহিৰ্জগতৰপৰা আৰু এবিধ সহায় বিচাৰে। যেই সেই এটা কাম কৰিবলৈ হ'লে অমুক দিনৰ পৰা বা অমুক ঠাইলৈ গ'লে ইয়াক কৰিবলৈ আৰম্ভ কৰিম, এনে এটা ভাব আমাৰ মনলৈ আহে। এনে ভাব আমাৰ মনৰ ছুৰ্ব্বলতা হ'লেও সি স্বাভাবিক। সেই কাৰণে মনে অকলৈ শকত নহৈ এনেকুৱা অলপীয়া সহায়ো বিচাৰে, তাকো নিঘিণাই নিয়মীয়াকৈ দিয়া উচিত। মনৰ ছুৰ্ব্বলতা গুচাব পৰাটো অৰ্থাৎ এনে কথাই আত্মশিক্ষাত ভেঁটা নিদিয়াকৈ ৰাখিব পৰাটো অতি সুন্দৰ কথা; কিন্তু যেতিয়া নোৱাৰা তেতিয়া তাক বলেৰে গুচাবলৈ গ'লে বিঘিনি হে হব পাৰে। এই বিধৰ সহায় মনক দিবলৈ যাওঁতে অলপ সাৱধান হব লাগে; তাৰ গুণ বাস্তবিকে যিমান তাতকৈ সৰহ বুলিবলৈ মনক দিব নেলাগে। এনেবিলাক কথাই আমাক সোঁৱৰণি দিব পাৰে আৰু আলচা কামটি কৰিবলৈ ঠিক কৰি থোৱা সময় পালেহি বুলি মনত উৎসাহ জন্মাই দিব পাৰে, ইয়াতকৈ সৰহ একো কৰিব নোৱাৰে, আৰু ইয়াৰ অধিক পাবলৈ আশা কৰাও অনিষ্টৰহে মূল। আমি যাওঁ বুলিলে বাট দেখুৱাব পাৰে, বাট টুটাব নোৱাৰে, বাট টুটোৱাৰ গৰাকী আমি হে। কাম কৰিবলৈ সময় ভাগ কৰি থলে ঘড়ীয়ে টং টং কৰি বাজি, এইটো ধৰিবৰ সময় এইটো এৰিবৰ হ'ল বুলি আমাক সোঁৱৰাই দি কাৰ্য্যত উত্তম সহায় হব পাৰে, আমাৰ মন নহ'লে আমাক কাৰ্য্যলৈ টানি নিব নোৱাৰে। এতেকে এইবিধৰ সহায় কিমান পটু তাক নেপাহৰি উচিত পৰিমাণে ব্যৱহাৰ কৰা একো বেয়া নহয়।

শেষত আমি ইয়াকে কওঁ যে আত্মশিক্ষা কৰাটো বৰ টান; কিন্তু টিলা কামেৰে কেইটা ভাল কাম হয়? ইয়াত শিক্ষক ছাত্ৰ একেজনেই; সেই কাৰণে যদি বোলা, ছাত্ৰে আওপাক মাৰিব খোজে, আমি কব পাৰোঁ। ইয়াকে যে শিক্ষকে নো আওপাক মাৰিব নোৱাৰিব কিয়? শিক্ষক টানমূখীয়া হ'লে যিটি ছাত্ৰ পাইছা তেওঁ শিক্ষকৰ বশ হবই লাগিব। সেই-গুণে যদি আত্মশিক্ষা টিলা নহয়, সাঁতুৰি সাগৰ পাৰ হোৱাৰ নিচিনা টানো; মন কৰিলেই বহুত কৰিব পাৰি।

# জয়মতী কুঁৱৰী আৰু লাঙ্গি-গদাপাণি

ষোড়শ শতিকাৰ শেষ ভাগৰপৰা সপ্তদশ শতিকাৰ প্ৰাৰম্ভলৈকে আহোম ৰাজ্যৰ ভিতৰত এটা ভয়ঙ্কৰ বিপ্লৱ হৈছিল। প্ৰায় ৮।৭ বছৰৰ ভিতৰত আহোমৰ সিংহাসনত দুজনমান ৰাজপুৰুষ বহে। এই সময়ত মন্ত্ৰীসকলে ভালকৈ ৰাজকীয় ক্ষমতাৰ বিপক্ষে মূৰ পাতি উঠিছিল। ১৫৯২ শকৰ পৰা ১৬০১ শক-লৈকে যি দুজনা ৰজা হয়, তাৰে চাৰিজনে মন্ত্ৰীসকলৰ কোপদৃষ্টিত পৰি অকালতে প্ৰাণ হেৰুৱায়, এজনে ধিক্কাৰ বেজাৰত আত্মঘাতী হয়, এজন হে স্বাভাবিকৰূপে মৰে। এওঁলোকৰ শেষত চুলিকফা ৰজা হয (১৬০১ শক)। এওঁ নিচেই কটাৰীনলীয়া আৰু ল'ৰামতীয়া মানুহ আছিল দেখি এওঁক সকলোৱে লৰাৰজা বুলি মাতিছিল। এওঁ সিংহাসনত বহিযেই কেনেবাকৈ মন্ত্ৰীবিলাকৰ ষড়যন্ত্ৰত আগৰ ৰজাসকলৰ দৰে অকালতে প্ৰাণ হেৰুৱাব লাগে বুলি ভয়ত আশঙ্কিত হবলৈ ধৰিলে।

আগেয়ে মন্ত্ৰীসকলৰ কুমন্ত্ৰণাত যিসকল ৰাজপুৰুষৰ মৃত্যু ঘটিছিল, তেওঁলোকৰ সন্তান-সন্ততিবিলাকেও সতৃষ্ণনয়নে ৰাজসিংহাসনলৈ চাই আছিল। কোনোজনে গোহাঁই ডাঙ্গৰীয়াসকলৰ গাতে আউজি কাৰ্য্য সাধিছিল, কোনো কোনো গোহাঁই ডাঙ্গৰীয়াই বা আন এজন কোঁৱৰৰ খাটনিত আকৌ পতা-জনক বধি আন এজনকে পাতিছিল, কোনোৱে বা আকৌ সেইজনকো বধ কৰিবৰ আয়োজন কৰি ই মৰিলেই মই ৰাজ্য পাম বুলি আশাতে বৈ আছিল। এইদৰে কেবাজনেদতো ৰাজসিংহাসন আকাঙ্ক্ষা কৰা কোঁৱৰসকলৰ প্ৰাচুৰ্য্য দেখি লৰাৰজাই পেটে পেটে পৰামৰ্শ সাজি ছলে-চক্ৰান্তে এই ৰাজপুৰুষ-সকলৰ অঙ্গক্ষত কৰি দিবৰ ফিকিৰ পাতিলে। এতিয়া ৰজা হব পৰা বৈদ-বিলাকত বহুত কোঁৱৰ আছে দেখিহে মন্ত্ৰীসকলে তেওঁলোকৰ খাটনি এৰিব নোৱাৰি এজনক বধি এজনক ৰাজা দিয়ে, যদি সেই কোঁৱৰবিলাক অঙ্গ-ক্ষতাদিৰ নিমিত্তে ৰাজপদৰ অযোগ্য হৈ থাকে, তেনেহ'লে ৰজাৰ সিংহাসন নিষ্কণ্টক হব—লৰাৰজাই ইয়াকে ভাবি গুপ্তচৰ পঠাই কেবাজন কোঁৱৰৰ

অঙ্গক্ষত কৰালে। লৰাৰজাৰ এই কাৰ্য্যত কেৱল যে ৰাজকোঁৱৰৰ অঙ্গক্ষত হৈছিল এনে নহয়, কেইবাজনক অন্যায়ৰূপে বধ কৰাও হৈছিল।

যিসকল কোঁৱৰৰ আহোম সিংহাসনত বহা হ'ব পাৰে, সেই কোঁৱৰবিলাকৰ ভিতৰত 'তুংখুং' এটি বৰ ডাঙৰ ফৈদ। আমাৰ দেশত এই 'তুংখুং' ফৈদৰ বৰ নাম। কোনোজনৰ বংশ গৌৰৱ উল্লেখ কৰি উপহাস কৰিব লাগিলে আজিও ল'ৰা তিৰোতা সকলোৱে "হঁস দেখিছা, তেওঁতো আনিবা তুংখুঙীয়া ফৈদৰ হে" বুলি হাঁহে। লৰাৰজাই আন আন ফৈদৰ কোঁৱৰ মাৰিলে হয়, তুংখুঙীয়া ফৈদৰ ফালে তেওঁ একো কৰিব নোৱাৰিলে। সেই কাৰণে তেওঁৰ মনৰ আশঙ্কা হৈছিল। এই ফৈদৰ গোবৰ ৰজাৰ নাতি-গদাপাণি এজনা বৰ বাহুবলী কোঁৱৰ আছিল। ছুটা এটা অজুহাতে তেওঁৰ অন্যায় কৰক ছাৰি কাষকে চাপিব নোৱাৰিলে। লৰাৰজাই সাপ মাৰি নেজত বিষ এৰা বেয়া জানি মানুহ এজাকক এই গদাপাণিক ধৰিবৰ নিমিত্তে পাতি দিলে। ছুটা এটা লোকলৈ যদিও ভয় কৰা নাছিল, সৰহ মানুহ দেখি আশঙ্কা কৰি গদাপাণি নগা পৰ্ব্বতৰ ফালে পলাই গ'ল।

লৰাৰজাই গদাপাণি কোঁৱৰক ধৰিবলৈ মানুহ পঠাব আগেয়ে কোঁৱৰে বিয়া কৰাইছিল। বৰগোহাঁইৰ ফৈদৰ জয়মতী এওঁৰ প্ৰধানা মহিষী, আৰু আমাৰ বৰ্ত্তমান প্ৰবন্ধৰ নায়িকা। গদাপাণি পলাই যোৱাত তেওঁ ল'ৰা তিৰোতা এৰি গৈছিল। লৰাৰজাৰ লোকসকলে গদাপাণিক ঘৰত নেপাই, তেওঁ পলোৱাৰ বাতৰি পাই লৰাৰজাক জনালেগৈ। লৰাৰজাৰ মন অলপ বৰ বিচলিত হ'ল। পাছে তেওঁ গদাপাণিক ধৰিবৰ একোটো উপায় নেদেখি তেওঁৰ ঘৈণীয়েক জয়মতীক ধৰি আনিবলৈকে সেনা পঠালে। সেনাসকলে ৰাজআজ্ঞা মতে জয়মতী কুঁৱৰীক ধৰি আনিলেগৈ। জয়মতী লৰাৰজাৰ ওচৰ পাওঁতে ৰজাই সুধিলে—"গিৰিয়েৰ কলৈ গ'ল ক ?" জয়মতীয়ে ৰজাৰ প্ৰশ্নৰ একো উত্তৰ নিদিলে। কেবাবাৰো প্ৰশ্ন হ'ল, জয়মতীয়ে এবাৰো মাত একেবাৰকে নেমাতিলে। পাছে লৰাৰজাই জয়মতীক চুকুৰাচোৰা চাওদাঙক মাতি দি কলে, "তেওঁক মাৰ, যত কৰিলেই বা অইন কোনো উপায়ে হক এওঁৰ মুখৰ পৰা গদাপাণিৰ বাতৰি উলিয়া।" চুকুৰাচোৰা চাওদাঙে জয়মতীক ৰজাৰ আদেশমতে ধৰি নি, বৰ্ত্তমান জয়সাগৰৰ য'ত নাম কৰাইছে, তাতে জয়মতীক বান্ধি থৈ নানা শাস্তি কৰি গদাপাণিৰ বাতৰি সোধে। জয়মতীয়ে নীৰৱে সকলো কষ্ট

নহি থাকিল, তথাপি নিজৰ স্বামীৰ সম্পৰ্কে এবাৰো এটি কথাকে নকলে। এদিন দুদিনকৈ ছয় সাত দিন সেই ঠাইতে কুকুৰাচোৱা চাওদাঙে জয়মতীক শাস্তি কৰি আছে, কিন্তু বৃথাই যন্ত্ৰণা দিয়া মাত্ৰ হৈছে, তাৰ একো কাৰ্য্য হোৱা নাই। জয়মতীয়ে গদাপাণিৰ কথা নকয়। নিতৌ চাওদাঙৰ যন্ত্ৰণাত জয়মতীৰ ক্ৰন্দন ধ্বনিত দশোদিশ প্ৰতিধ্বনিত হৈ উঠিল। লাহে লাহে এই কথা নগা পৰ্ব্বতত পলাই থকা গদাপাণিৰ কাণত পৰিলগৈ। নিজৰ তিৰোতাৰ যন্ত্ৰণাৰ কথা শুনি তেওঁ নগাৰ বেশ ধৰি জয়মতীক চাবলৈ আহিল। ছদ্মবেশী গদাধৰে জয়মতীক লৰাৰজাৰ সেনাৰ হাতত নানাবিধ যন্ত্ৰণা আৰু লাঞ্ছনা ভুগা দেখিলেহি। পাচে এসময়ত ছল চাই তেওঁ জয়মতীৰ ওচৰ চাপি, চিনাকি নিদি এইদৰে ক'লে—"হেৰ মাতৃজনী, তই কেলেই যন্ত্ৰণা ভুগি মৰিছ? গিৰিয়েৰৰ কথা কৈ নিদিয় কিয়?" প্ৰথমবাৰ এইদৰে সোধাত জয়মতীয়ে একো উত্তৰ নিদিলে। উত্তৰ নেপাই ছদ্মবেশী গদাধৰ আঁতৰি গ'ল। আকৌ ৰজাৰ সেনাই জয়মতীক তাড়না কৰিবলৈ ধৰিলেহি। সকলোৱে চাই আৰু মূৰে কপালে হাত দি গুচি যায়। ছদ্মবেশী গদাধৰে আঁতৰৰ পৰা একান্ত মনে, অতি বিষন্ন ভাৱে জয়মতীলৈ আৰু সেই যন্ত্ৰণাকাৰীবিলাকলৈ চাই থাকে। নিজৰ প্ৰাণৰ ভয়ত একো মাতিব নোৱাৰে, মাত দিলেই চিনি পাই ৰাজকীয় সেনাই ধৰি নিব—ধৰি নিলেই সাং। কিন্তু চাওদাং আৰু সেনাবিলাক আঁতৰি যোৱাত গদাধৰ আকৌ জয়মতীৰ ওচৰ চাপিলেহি। আকৌ আগৰদৰেই ৰজাই জয়মতীক সুধিলে গৈ, এইবাৰো ৰজাই একো উত্তৰ নাপালে। কিন্তু এইবাৰ জয়মতীয়ে ৰজাক চিনি পালে। ভাবিলে যে যাৰ নিমিত্তে তেওঁ এনে যন্ত্ৰণাকো কাণ কৰা নাই আৰু নিজৰ জীৱনকো উছৰ্গা কৰিবলৈ ধৰিছে, তেওঁ নিজেই ধৰা দি সকলো নাশ কৰে। জয়মতীয়ে জগদীশ্বৰ আৰু স্বামীগুৰুৰ চৰণ চিন্তি, বেতৰ কোব, জোমচোৱাত, চৰটা একোকে কেৰেপ নকৰি সতীত্ব তেজেৰে তেজস্বিনী হৈ লৰাৰজাৰ নৰঘাতী পাষণ্ডসকলৰ মনত বিস্ময় জন্মায়ে থাকিল, কিন্তু গদাপাণিৰ মনে নমনে। তেওঁ তৃতীয়বাৰ কাষ চাপি সুধিলেগৈ। "মাতৃজনী, তই কেলেই ইমান যন্ত্ৰণা লৈছ? গিৰিয়েৰৰ কথা কৈ তই ৰক্ষা পৰ।" ৰাণীৰ এইবাৰ মনত বৰ বেজাৰ আৰু বিৰক্তি লাগিল। তেওঁ কৃত্ৰিম ক্ৰোধ দেখুৱাই ৰজাক এইবাৰ এইবুলি উত্তৰ কৰিলে, "মোৰ স্বামীৰ কথা মই নকওঁ, ইহঁতবিলাকৰ কি হৈছে?

এইবিলাকক কোনে ইয়ালৈ মাতিছে, শুচিবা লেখায় কিয় ?" অৰ্থাৎ ছদ্মবেশে গদাধৰে তিনিবাৰ দেখা দিছেহি। যদি কেনেবাকৈ ৰজাৰ চৈকেলাই গম পায় তেনেহ'লে সকলো যন্ত্ৰণা লাঞ্ছনা বৃথাই যাব।" এই ভাবি জয়মতীৰ কথা শুনি গদাপাণিয়ে চন্দ্ৰ সূৰ্য্যাদি দেৱতাক সাক্ষী কৰি ক'লে যে "মই লুকুৱাৰ পৰা আহি দেখাদি তিনিবাৰ মোৰ কথা কৈ ৰক্ষা পৰিবলৈ কওঁহি তেও এওঁ শুনিলে। এতিয়া আৰু মোৰ গাত একো প্ৰত্যাশা নাই।"

গদাপাণিয়ে এইদৰে কৈ আকৌ নগা পৰ্ব্বতৰ ফালে পলাগৈ। চাওদাঙে ১৭।১৬ দিন ওপৰত কোবাৰ দৰে জয়মতীক শাস্তি দিও গদাপাণিৰ বিষয়ে একোকে উলিয়াব নোৱাৰিলে। শেষত স্বামীৰ চৰণ চিন্তি জয়মতীয়ে এদিন সেই পাপাত্মাপূৰ্ণ ঘৃণনীয় সঙ্গ পৰিত্যাগ কৰি, নশ্বৰ দেহ এৰি, চিৰস্মৰণীয় কীৰ্ত্তি ৰাখি আহোমসকলৰ নাম পবিত্ৰ কৰি, পৃথিৱীত নাৰীসকলক পতি-প্ৰাণতাৰ উদাহৰণ দেখুৱাই বৈকুণ্ঠধামলৈ গৈ দময়ন্তী, সাবিত্ৰীৰ স্থান অধিকাৰ কৰিলে। জয়মতীৰ ল'ৰা দুটি আছিল। মাকৰ মৃত্যুৰ পাচত ল'ৰা দুটিক বুঢ়ী মাকে নিলে। এই ল'ৰা দুটিৰ জ্যেষ্ঠটিয়েই আহোম ৰজাসকলৰ গৌৰৱ স্বৰূপ স্বৰ্গদেৱ ৰুদ্ৰসিংহ।

গদাপাণিয়ে নগা পৰ্ব্বতত ছদ্মবেশেৰে থাকিল। নামচাং, টাবলুং ইত্যাদি নগা পৰ্ব্বতবিলাকৰ আজি ইটো টিলাত কালি সিটো টিলাত পলাই থাকি মাজে মাজে তৈয়ামলৈ আহি পাণ, কচু, আলু, জলকীয়া ইত্যাদি বেচি জীৱিকা মোকোলাবলৈ ধৰিলে। মাজে মাজে ল'ৰা দুটিকো গাভৰুৰ তাত চাই যায়। এনে এটা প্ৰবাদ আছে, এদিন হঠাৎ গদাপাণি টাবলুং নগা পৰ্ব্বতত থকা গম পাই ৰজাৰ সেনাবিলাক গৈ তেওঁক তাতে বেৰি ধৰিলে। সেই টাবলুঙত বৰ ডাঙৰ ঘৰ যেন শিল এটা আছিল। গদাপাণিয়ে শত্ৰুৰ মাজত পৰি আতুৰ হৈ অতি কাতৰ স্বৰেৰে বন-দেৱীক সম্বোধন কৰি কবলৈ ধৰিলে, "হে মাতৃ! আজি মোক ৰক্ষা কৰা।" গদাপাণিৰ কাতৰোক্তিত অকস্মাৎ পৰ্ব্বতৰ সেই বিশাল শৈলদ্বাৰ উদ্ঘাটিত হ'ল। গদাপাণি তাৰ মাজতে সোমাই থাকিল। ৰজাৰ সেনাই তেওঁক পোৱাই উলটি আহিল। এই শৈলদ্বাৰৰ প্ৰকাণ্ড শিলটোক নগাইতে আজিলৈকে পূজা-পাতলাদি দিয়ে। আৰু এদিন গদাপাণিক ৰজাৰ সেনাবিলাকে সেই পৰ্ব্বতমালাতে লগ পায়। সেইদিনাৰ সম্পৰ্কেও এটি অদ্ভুত ঔপন্যাসিক প্ৰবাদ আছে। ৰজাৰ চৰবিলাকে দেখিলা"

গদাপাণিক কেউ ফালৰপৰা বেৰি ধৰিলে, সেই সময়ত হয় বৰগছ এজোপাত এজনা শ্যামাঙ্গী তিৰোতাৰ আবিৰ্ভাৱ হয়। তেওঁ সেই গছৰ ডাল এটাত মাটিলৈ ভৰি ওলোমাই বহি তেওঁৰ দীঘল লহঙ্গাৰ (মেখেলা) তলত গদাপাণিক সুমাই লুকাই ৰাখি শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰিলে।

এইদৰে ঘনাই বিপদত পৰা দেখি গদাপাণি নগা পৰ্ব্বত এৰি ভটিয়াই যাবৰ মন কৰিলে। কামৰূপৰ বন্দৰ বৰফুকন গদাপাণিৰ ভিনিহীয়েক। নগা-পৰ্ব্বতৰ পৰা ভটিয়াই অহাত বাটতে সলাল গোহাঁয়ে তেওঁক চিনি পাই উক্ত বন্দৰ বৰফুকনৰ ঘৰলৈ যাবৰ নিমিত্তে গদাপাণিক পৰামৰ্শ দিলে। গদাপাণিয়ে তেওঁৰ পৰামৰ্শকে সাৰোগত কৰি কামৰূপলৈ গ'ল। তাত প্ৰথমে পোহাৰী এজনীৰ ঘৰত, পাচত ব্ৰাহ্মণ এঘৰৰ আশ্ৰয়ত, তাৰ পাচে কোনোবা চান্দ-কুচীয়া বৰুৱাৰ ঘৰত থাকে। কিন্তু ইয়াত থকাও আপদশূন্য যেন নেভাবি তেওঁ ৰাণীগাৱঁলৈ আঁতৰি যায়। এই ৰাণীগাৱঁত গাৰোৱনী এজনীয়ে বৰ আতোপুতো কৰি গদাপাণিক প্ৰতিপাল কৰে। এই গাৰোৱনী ৰাণীয়েই কামৰূপৰ বৰ্ত্তমান ৰাণীৰজাৰ বংশৰ মূল।

লাহে লাহে লৰাৰজাৰ অত্যাচাৰ বেছি হ'ল। গদাপাণি বৰ বাহুবলী আছিল। সকলোৱে তেওঁ ৰাজ্যৰ জলদ্‌লবিলাক গুচাব পাৰিব যেন ভাবি তেওঁক বিচাৰিবলৈ ধৰিলে। ইতিমধ্যে বন্দৰ বৰফুকনে ৰাণীত গদাপাণি পলাই থকা ভু পালে। পাচে তেওঁৰ আৰু অন্যান্য ৰাজ বিষয়াবিলাকৰ সাহায্যত গদাপাণিয়ে ১৬০৩ শঁকত আহোম ৰাজসিংহাসনত উঠি কেনেকৈ গদাধৰসিংহ নাম গ্ৰহণ কৰি আহোম ৰাজ্য শাসন কৰিছিল তাক বুৰঞ্জী-পাঠক মাত্ৰেই জানে।

গদাধৰ সিংহ স্বৰ্গদেৱৰ পৰকালৰ পিচত, ৰুদ্ৰসিংহ স্বৰ্গদেৱ ৰজা হৈ, তেওঁৰ মাতৃক লৰাৰজাৰ সেনাবিলাকে যি ঠাইত দণ্ড কৰি কৰি বধিলে, সেই ঠাইতোখৰৰ ঘটনাটি স্মৰণীয় কৰিবৰ মনেৰে সেই ঠাই তোখৰকে সাজ কৰি, জয়মতী কুঁৱৰীৰ নামেৰে জয়সাগৰ নাম দি পুখুৰী এটা খন্দালে। আজিও শিৱসাগৰ জিলাত এই জয়সাগৰ পুখুৰীয়ে জয়মতী কুঁৱৰীৰ স্মৃতি-স্তম্ভ স্বৰূপ হৈ নানা দেশ-বিদেশত তেওঁৰ ৰমণীকুলত সতীত্বৰ পৰিচয় দি অমৰ ৰাজনীৰ অক্ষয় কীৰ্ত্তি ঘোষণা কৰিব লাগিছে।

# চেতন প্ৰাণী আৰু উদ্ভিদৰ পাৰ্থক্য কি?

পৃথিৱীত যিমানবিলাক বস্তু আছে, সকলো পৰমাণুৰে গঠিত। সেই পৰমাণুবিলাক ইমান সৰু যে, সিহঁতক বৰ তাকৰ অণুবীক্ষণ যন্ত্ৰেৰেও প্ৰায় দেখা নেযায়। বেজীৰ আগত যিমান টোপা তেজ ধৰে সিও হেজাৰ হেজাৰ পৰমাণুৰহে সমষ্টি। কীটাণু নামেৰে চকুৰে মনিব নোৱাৰা কেতে-বিলাক পোক আছে, সিহঁতো হেজাৰ হেজাৰ পৰমাণুৰেহে নিৰ্মিত।

এই পৰমাণুবিলাক অৱস্থা আৰু কাৰ্য্য ভেদে লগ লাগি বেলেগ বেলেগ বস্তুত বেলেগ বেলেগ আকৃতিৰ আৰু বেলেগ বেলেগ ক্ৰিয়াবিশিষ্ট অণুৰ সৃষ্টি কৰিছে। এই অণুবিলাক আকৌ সংযোগ, বিয়োগ, ৰূপান্তৰ ইত্যাদি ভৌতিক আৰু ৰাসায়নিক ক্ৰিয়াত লগ লাগি এটা ৰূপ এৰি আন এটা ৰূপ ধৰি সকলো বস্তুৰ সৃষ্টি কৰিছে, বেলেগ হৈ সকলো বস্তুৰে ধ্বংসও কৰিব লাগিছে। অণুৰ উৎপত্তি, বৃদ্ধি আৰু বিকাশ হব লাগিছে আৰু ইটো অণুৰ পৰা সিটো অণু বেলেগ হৈ যাব পৰা গুণতেই সকলো বস্তুৰ ধ্বংসও সাধন হব লাগিছে। চেতন, অচেতন, উদ্ভিদ এই সকলোবিলাক বস্তু অণু আৰু পৰমাণুৰে নিৰ্মিত হৈছে। সেই কাৰণে এই বস্তুবিলাকৰ উৎপত্তি, স্থিতি, বৃদ্ধি, বিকাশ আৰু ধ্বংস বুজিলে, এই বস্তুবিলাকৰ অণুৰ উৎপত্তি, স্থিতি, বৃদ্ধি, বিকাশ আৰু ধ্বংস বুজিব লাগে। ৰাসায়নিক আৰু ভৌতিক ক্ৰিয়াত বেলেগ বেলেগ অণুৰ সংযোগেই তাৰ উৎপত্তি, বৃদ্ধি, বিকাশৰ কাৰণ আৰু বিয়োগেই ধ্বংস আৰু উৎপত্তি, বৃদ্ধিৰ কাৰণ। বিয়োগৰ পৰা কেনেকৈ উৎপত্তি আৰু বৃদ্ধি হয়, সেই বিষয়ে পাছত কোৱা যাব, কিন্তু ধ্বংস কেনেকৈ হয় সেই বিষয়ে কোৱা যাওক।

অণুৰ ধ্বংস বা লয় বুজিলে এইটো বুজিব নেলাগে যে ই একেবাৰে লোপ পায়; সংসাৰৰ কোনো বস্তুৰে ক্ষয় বা অস্তিত্ব লোপ নাই; এটা ৰূপ এৰি আন এটা ৰূপ ধৰে মাথোন। বৰফ এডোখৰ আমি অনায়াসে চকুৰে দেখিবলৈ পাওঁ, আৰু তাৰ শীতলতা, কঠিনতা ইত্যাদি গুণবিলাকো স্পৰ্শেৰে জানিব পাৰোঁ; কিন্তু বৰফ গলি পানী হলে তাৰ

আৰু কঠিনত্ব নেথাকে আৰু শীতলত্বও অলপ কমে। সেই বৰফ তাপত তাপ হ'লে আমি আৰু বৰফ দেখিবলৈ নেপাওঁ; কিন্তু সেই বুলিয়েই যে বৰফৰ অণু-পৰমাণুৰ লোপ হ'ল এনে নহয়, যি অণুবিলাকেৰে বৰফডোখৰ গ্ৰথিত হৈছিল, সেই অণুবিলাক তাপত বাষ্পকণা হৈ অদৃশ্য হে হ'ল। সুযোগ পালেই সেই বাষ্পকণাবিলাক লগ লাগি আকৌ পানী হব, আৰু সেই পানী শিতল হ'লে বৰফ হব পাৰিব। কাঠ এডালি পুৰি ছাই হ'লে কাঠডালিৰ পৰমাণুবিলাক যে লোপ পালে এনে নহয়, যি যি ভৌতিক পদাৰ্থেৰে কাঠডালি নিৰ্ম্মিত হৈছিল, সেই ভৌতিক পদাৰ্থবিলাকৰ ৰূপান্তৰ মাথোন হ'ল। কাঠডালিৰ কেতবিনি ভৌতিক পদাৰ্থ পুৰি ধোঁৱাত পৰিণত হ'ল, সেই ধোঁৱা বায়ুৰ লগত মিহলি হ'ল আৰু সেই বায়ুৰ পৰাই আকৌ পৃথিৱীৰ নানা তৰহৰ বস্তুৰ উৎপাদন হ'ল। ইপিনে আকৌ কাঠডালিৰ কিছুমান ভৌতিক পদাৰ্থ ছাইত পৰিণত হ'ল; সেই ছাই কালে মাটিৰ লগত মিহলি হৈ মাটি সাৰুৱা কৰিলে, সেই মাটিতে আকৌ নকৈ গছ গজিল, সেই গছে আকৌ সেই মাটিৰ সাৰ লৈ উৎপত্তি, বৃদ্ধি, বিকাশ হবলৈ ধৰিলে।

এতিয়া দেখা গ'ল যে, পৃথিৱীৰ সকলো বস্তুৰ প্ৰলয় থাকিলেও মূল পৰমাণুৰ প্ৰলয় বা ধ্বংস নাই। ভৌতিক আৰু ৰাসায়নিক ক্ৰিয়াত সংযোগ, বিয়োগ, ইত্যাদি ক্ৰিয়াত সকলো বস্তুৰে উৎপত্তি, বৃদ্ধি বিকাশ কৰে আৰু বিয়োগ ৰূপান্তৰ ক্ৰিয়াত সকলো বস্তুৰে ধ্বংস সাধন কৰে। মূলতে সকলো বস্তুৰে পৰমাণু একে। ক্ৰিয়া আৰু অৱস্থাভেদে সেই একেবিধ পৰমাণুৱেই বেলেগ বেলেগ বস্তুত বেলেগ বেলেগ ক্ৰিয়া আৰু গুণবিশিষ্ট অণুৰ গঠন কৰে। উদ্ভিদ আৰু চেতন প্ৰাণীৰ শৰীৰত এই অণুবিলাক লগ লাগি কোষ নামেৰে এই দুই শাৰীৰ মূল কণা এটি উৎপত্তি কৰে, এই মূল কণাৰে পৰা দুয়ো জগতৰ বস্তুবিলাক সৃষ্টি হৈছে। এই দুয়ো জগতৰ যিমান ওপৰ থাপলৈ উঠা যায়, সিমান কোষৰ গুণ আৰু ক্ৰিয়া বেলেগ দেখা যায়; কিন্তু দুয়ো জগতৰ যিমান তলৰ থাপলৈ নমা যায়, সিমান দুয়োবিধ কোষৰ গুণ আৰু ক্ৰিয়াও মিল দেখা যায়। এই দুয়োজগতৰ কি কি মিল আৰু কি কি অমিল আছে ইয়াৰ আলোচনা কৰাৰ আগেয়ে চোৱা যাওক এই দুই জগতৰ কোষ কি?

পুৰাতন বৈজ্ঞানিকসকলৰ মতে কোষ "প্ৰটপ্লেজম" নামেৰে জীৱ

পদাৰ্থৰে ভৰি থকা এটি সৰু মোনা। কিন্তু আজিকালিৰ পণ্ডিতসকলে কয় যে, বাহিৰৰ আবৰণটোকেই কোষ বোলা নাযায়; কোষ বুলিলে প্ৰটপ্লেজম নামেৰে জলীয় পদাৰ্থটিকহে বুজায়। যি আবৰণে প্ৰটপ্লেজমক ঢাকি ৰাখে, সিও প্ৰটপ্লেজমৰ পৰাহে উৎপত্তি হয়। এই জলীয় পদাৰ্থটিৰ ভিতৰত জীৱাঙ্কুৰ নামেৰে কিছুমান অণু আছে, এই অণুবিলাকেই কোষৰ উৎপত্তি আৰু বৃদ্ধিৰ মূল। এই জীৱাঙ্কুৰটিও প্ৰটপ্লেজমৰ কণাহে আৰু একোন। তলত কোষৰ এটি চিত্ৰ দিয়া গ'ল।




ক—বাহিৰৰ আবৰণ
খ—"প্ৰটপ্লেজম" নামেৰে জলীয়পদাৰ্থ
গ—জীৱাঙ্কুৰ

উদ্ভিদ জগতত "প্ৰটপ্লেজমৰ" আবৰণখনি থাকে। কিন্তু চেতন প্ৰাণী জগতত কোষৰ ঢাকোনখনি প্ৰায়েই নেথাকে। কিন্তু কোনো কোনো উদ্ভিদৰ কোষতো আবৰণ আছে, কাজে কাজে দেখিবলৈ পোৱা যায় যে, উদ্ভিদৰ কোষ মাত্ৰৰেই আবৰণ নাই এনে নহয়।

দুয়ো জগতৰ প্ৰটপ্লেজমৰ গতি আছে। অৰ্থাৎ প্ৰটপ্লেজম কেতিয়াও থিৰেৰে নেথাকে; তাৰ অৱস্থিতিৰ ঠাই সলাই থাকে। উদ্ভিদ জগতৰ কোষৰ আবৰণখনি থকাৰ নিমিত্তে প্ৰটপ্লেজমৰ গতি থাকিলেও কোষৰ স্থান-চ্যুতি নহয়; আবৰণখনিৰ ভিতৰতে প্ৰটপ্লেজম ইফালে সিফালে ঘূৰি ফুৰি থাকে। এই গতিৰ কোনো বন্ধা নিয়ম নাই, কোষ বৃদ্ধিৰ আৰু উৎপত্তিৰ মূল কাৰণ উদ্ভিদ জগতত প্ৰটপ্লেজমৰ এই গতিয়েই। চেতন প্ৰাণী জগতৰ কোষৰ গতি থকাৰ কাৰণেই অনেক তলৰ থাপৰ চেতন প্ৰাণীয়ে নিজৰ ঠাই সলাই বেলেগ ঠাই লয়। আৰু এইদৰে ঠাই সলাওঁতে যি উপাদেয় বস্তু পায়, সেই উপাদেয় বস্তু গ্ৰহণ কৰি বৃদ্ধি প্ৰাপ্ত হয়। চেতন প্ৰাণী জগতৰ প্ৰায় কোষৰে গতি শক্তি থকাৰ বাবে আৰু উদ্ভিদ জগতৰ কোষৰ গতি শক্তি নথকাৰ বাবেই অনেকে কোষৰ গতি অগতিকো উদ্ভিদ আৰু চেতন প্ৰাণীৰ মূল বেলেগ স্থিৰ কৰিছিল। কিন্তু আজিকালি এইটোও প্ৰমাণ হৈছে যে

"ডুম্পাৰ" "আদৰমালতী" "ৰক্তাহাৰী পাদপ" ইত্যাদি কিছুমান উদ্ভিদৰো সামান্য গতি শক্তি আছে। কাজে কাজেই এই বিষয়তো উদ্ভিদ আৰু চেতন প্ৰাণীৰ মিল ওলাই পৰিছে। সাধাৰণতঃ জানিবা উদ্ভিদৰ গতি নাই, চেতন প্ৰাণী গতিবিশিষ্ট।

উদ্ভিদ জগতৰ কোষৰ ভিতৰত "প্ৰটপ্লেজম" জীবাণুৰ ইত্যাদিত বাজেও "ক্লৰফিল" নামে এবিধ পদাৰ্থ আছে। এই "ক্লৰফিলেই" উদ্ভিদ জগতক সেউজীয়া ৰং দিছে আৰু এই বস্তুৰ গুণতেই উদ্ভিদে মাটিৰ পৰা টানি লোৱা ৰস আৰু আকৰ্ষণ কৰা বায়ুৰ পৰা তাৰ লাগতীয়াল বস্তু অঙ্গাৰক, পানী আৰু কাৰজান এই মূল তিনিটি পদাৰ্থ উলিয়াই লব পাৰে। সেই দেখি উদ্ভিদ জগতৰ নাম, মুখ, পেট, শিৰা, নাড়ী ইত্যাদি যন্ত্ৰ নাই। কোষতে এইদৰে বহিৰ্জগতৰ বস্তু মিল হৈ কোষৰ উৎপত্তি, বৃদ্ধি বিকাশ কৰে। চেতন প্ৰাণী জগতৰ কোষৰ ভিতৰত এই পদাৰ্থটি নাই, সেই কাৰণে চেতন প্ৰাণীৰ কোষে উদ্ভিদৰ দৰে কেৱল বায়ু পানীৰে পৰা বৃদ্ধিপ্ৰাপ্ত হব নোৱাৰে, সংসাৰৰ পৰা খাদ্য বস্তু লয়। সেই খাদ্য বস্তু মুখ, পেট ইত্যাদিৰ সহায়ত শৰীৰৰ ভিতৰলৈ যায়। তাত বিশেষ বিশেষ যন্ত্ৰ প্ৰণালীৰ সহায়ত ৰূপান্তৰ হৈ তেজত পৰিণত হয়, তেজেহে সঞ্চালিত হৈ কোষক নতুন পদাৰ্থ দিয়ে। কিন্তু "ক্লৰফিল" বস্তু বৰ্জিত অনেক উদ্ভিদ আছে, সেইবিলাক উদ্ভিদে আকৌ "ক্লৰফিল" নোহোৱাকৈয়ে বৰ্দ্ধিত হয়। এই দুয়ো জগতৰ কোষে উৎপত্তি আৰু বৃদ্ধি হবলৈ প্ৰথমে নিজ নিজ উপায়ে বহিৰ্জগতৰ পৰা নিজৰ উপযোগী অণুকৰণবিলাক লৈ উৎপত্তি, বৃদ্ধি, বিকাশ পায়। এতিয়া কোষেনো কেনেকৈ উৎপত্তি বৃদ্ধি বিকাশ পায় চোৱা যাওক।

প্ৰথম, দুয়ো জগতৰ কোষৰ ভিতৰত থকা জলীয় পদাৰ্থটিৰ গতি আছে, এই কথা পূৰ্ব্বেই কোৱা হৈছে। এই গতিৰ কাৰণেই পদাৰ্থটি চেতন প্ৰাণীৰ শৰীৰত স্থানচ্যুত হয়, নতুন আকাৰ ধাৰণ কৰে আৰু সময়ে সময়ে নতুন গুণবিশিষ্ট হয়। চেতন প্ৰাণীৰ শৰীৰত কোষৰ এইদৰে পৰিবৰ্ত্তন আৰু ৰূপান্তৰ হোৱা গুণতেই তেজৰ পৰা মঙহ মঙহৰ পৰা উপাস্থি, উপাস্থিৰ পৰা অস্থি ইত্যাদি উৎপাদন হয়। উদ্ভিদ জগতৰ কোষৰ আবৰণ থকাৰ নিমিত্তে, "প্ৰটপ্লেজমে" গোটেই আবৰণ ভেদ কৰি আদি কোষৰ পৰা ওলাই নতুন আকাৰ আৰু নতুন গুণবিশিষ্ট হয়। এনেবা নাহলেও এবিধ, চেতন

প্ৰাণী আছে, এই চেতন প্ৰাণীতেই কোষৰ এই প্ৰকাৰ উৎপত্তি আৰু কণাৰেৰ দেখা যায়। উদ্ভিদ জগতত বেতিয়া গছৰ পৰা পাত হয়, পাতৰ পৰা ফুলে হয়, ফুলৰ পৰা গুটি হয়, তেতিয়া কোষে এইদৰে উৎপত্তি আৰু কণাৰেৰ পায়। ইয়াত বাজেও "ফুঙ্গৰ" নামেৰে এবিধ খুব চকুৰে মনিব নোৱাৰা উদ্ভিদ আছে সেই উদ্ভিদৰ বিকাশ এই নিয়মেই হয়।

দ্বিতীয়, দুটা আদি কোষৰ জলীয় পদাৰ্থ সংযোগ হৈ নতুন কোষ উৎপত্তি কৰে। চেতন প্ৰাণীৰ কোষৰ আৱৰণ প্ৰায় নথকাৰ বাবে এটা কোষৰ "প্ৰটপ্লেজম" আন এটাৰ লগত মিহলি হ'বলৈ একো কষ্ট নাই। উদ্ভিদৰ কোষৰ ঢাকোনখনি থকাৰ নিমিত্তে প্ৰটপ্লেজম বেগেতে লগালগি হ'ব নোৱাৰে। প্ৰথমে ঢাকোনখনি ফুটাই লৈ সেইহে দুয়ো সংযোগ হয়, সংযোগ হ'লেই এই নতুনকৈ সৃষ্ট হোৱা কোষ বিশেষ আকাৰ আৰু গুণ-বিশিষ্ট হয়। উদ্ভিদ জগতত ফুলৰ পৰাগকেশৰৰ কোষ গৰ্ভকেশৰৰ কোষত মিল হৈ যি বীজ হয় এয়েই এই নিয়মৰ জাজ্বল্যমান প্ৰমাণ। চেতন প্ৰাণী জগতত এই নিয়ম সদায় দেখা যায়। স্ত্ৰী বীজ পুৰুষ-বীজ সংযোগ হ'লেই, সন্তানৰ মূল কণাটিৰ উৎপত্তি হয়। সেই কণাৰ বৃদ্ধি বিকাশত সন্তানৰ উৎপত্তি হয়। একোটা আদি কোষ ফাটি চাৰি পাঁচটা নতুন কোষৰ উৎপত্তি হয়। কোষৰ ভিতৰত থকা জলীয় পদাৰ্থটিৰ সংসাৰৰ বাহিৰৰ বস্তুৰ সংযোগত আকাৰ বৃদ্ধি হয় আৰু আকাৰ বৃদ্ধি হ'লেই ফাটি উঠে। এটি ৪।৫ ভাগে বিভক্ত হয় আৰু প্ৰত্যেক ভাগৰে পৰা নতুন নতুন একোটা কোষ উৎপত্তি হয়। প্ৰটপ্লেজমটি ফটাৰ পূৰ্ব্বেই কোষৰ ভিতৰত থকা জীৱাণুটিও ৪।৫ ভাগে বিভক্ত হয় আৰু প্ৰত্যেক খণ্ড প্ৰটপ্লেজমলৈকে জীৱাণুৰ একো একোটি কণা যায়। সেই কণা বৃদ্ধি বিকাশ হ'লে আকৌ সেইবিলাক কোষৰে পৰা সেই প্ৰণালীতেই নতুন নতুন কোষ ওপজে। উদ্ভিদ জগতৰ কোষ বেছি-ভাগ এনেকৈ উৎপত্তি বৃদ্ধি আৰু বিকাশ পায়। চেতন প্ৰাণী জগতৰ কোষে এই নিয়মে বৃদ্ধি বিকাশ উৎপত্তি প্ৰায়েই নেপায়। সেই কাৰণে উদ্ভিদ জগতত গছৰ ডাল মূল কাটি আনি ৰুলেও তাৰ পৰা নতুন এজোপা গছৰ সৃষ্টি হয়; চেতন প্ৰাণী জগতত কোনো বস্তুৰ শৰীৰ কাটি পেলালে নতুন প্ৰাণী সৃষ্টি হোৱা দূৰত থক, বিভক্ত হোৱা অংশ বিকাৰ প্ৰাপ্তহে হয়। সাধাৰণতঃ উদ্ভিদ আৰু চেতন প্ৰাণীৰ কোষৰ মূল পাৰ্থক্য এই এটা। কিন্তু আণুবীক্ষণিক

বিষয় যে, "পুকভুজ" নামেৰে এটি চেতন প্ৰাণী আছে, তাক যত খণ্ডে কটা যায়, প্ৰত্যেক খণ্ডৰে পৰা এটা এটা নতুন পুকভুজ উৎপত্তি হয়; পুকভুজটো কেতিয়াও নমৰে। ইয়াৰ এই বিষয়ে ক্ৰিয়া ঠিক উদ্ভিদৰ দৰে।

এইদৰে তলৰ থাপৰ উদ্ভিদ আৰু চেতন প্ৰাণীৰ ইমান মিল যে, কোনো কোনো স্থলত উদ্ভিদ কোনটো আৰু চেতন প্ৰাণী কোনটো ঠাৱৰকে কৰিব নোৱাৰি। "স্পঞ্জ" এটা কি বস্তু তাক সকলোৱে দেখিছে, কিন্তু এই "স্পঞ্জ" উদ্ভিদেই নে চেতন প্ৰাণীয়েই, ইয়াৰ সঠিক মীমাংসা এতিয়ালৈকে কোনেও কৰিব পৰা নাই। অৱশ্যে "স্পঞ্জ" লো মাটি বা শিলৰ শ্ৰেণীৰ বস্তু নহয়।

এইদৰে আদি মূলতে প্ৰায় একে ক্ৰিয়া, একে গুণবিশিষ্ট কোষেই এই দুই জগতৰ ওপৰ থাপৰ বস্তুবিলাকত বেচি বেচি অমিল হৈ আহিছে, আৰু ব্যৱস্থা আৰু ক্ৰিয়া ভেদে বেলেগ বেলেগ গুণবিশিষ্ট হৈছে, উদ্ভিদ জগতত এই কোষৰে পৰা শেলুৱাই, পুনী, ঢেঁকীয়া, লতা, গছ ইত্যাদিৰ উৎপত্তি হৈছে আৰু চেতন প্ৰাণীত সামান্য কীটাণুৰ পৰা পূৰ্ণ অৱয়ৱ-বিশিষ্ট মানুহৰ সৃষ্টি হৈছে। উদ্ভিদ জগতৰ কোষে মাটি আৰু বায়ুৰ পৰা ৰস আকৰ্ষণ কৰি লব পৰা গুণতেই ইটো কোষ সিটো কোষে সৈতে লগ লাগি গছ লতাৰ উৎপত্তি, বৃদ্ধি, বিকাশ কৰিছে আৰু গছৰ শিপা আৰু পাতকে নিজৰ উপাদেয় বস্তু লব পৰা কৌশলৰ সৃষ্টি কৰিছে। চেতন প্ৰাণীৰ শৰীৰস্থ কোষে নিজৰ উৎপত্তি আৰু বৃদ্ধি হব পৰা নাক-মুখ, লোম কূপ অস্থি, চৰ্ম্ম, ইত্যাদিৰ সৃষ্টি কৰিছে। এই দুয়ো জগতৰ কোষৰ ক্ষয় আছে; কিয়নো বৃদ্ধি বিকাশ ইত্যাদি কাৰ্য্যত কোষৰ শক্তিৰ ক্ষয় হয়। এই শক্তি পূৰাবলৈ কোষে বেলেগ বেলেগ বস্তুত বেলেগ বেলেগ গুণ আৰু ক্ৰিয়া অৱলম্বন কৰি বহিৰ্জগতৰ পৰা সিহঁতৰ উপাদেয় বস্তু লৈছে। আৰু ওপৰৰ শ্ৰেণীৰ উদ্ভিদৰ বহিৰ্জগতৰ পৰা লবৰ মূল উপায় হৈছে গছৰ শিপা, পাত, গছৰ গা ইত্যাদি; আৰু ওপৰৰ শ্ৰেণীৰ চেতন প্ৰাণীৰ উপায় হৈছে নাক-মুখ, লোম কূপ ইত্যাদি। উদ্ভিদে শিপাৰে মাটিত পোত খাই থাকে। শিপাৰ কোষবিলাকত ছিদ্ৰ আৰু সেই ছিদ্ৰইদি মাটিৰ ৰস কোষত সোমায়, সেই ৰস ইটো কোষৰ পৰা সিটো কোষলৈ যায়, এই দৰে গোটেই গছতে ৰস সঞ্চালিত হয়, ৰস সঞ্চালিত হলে গছৰ প্ৰত্যেক

কোষে ৰসৰ পৰা বল পায় আৰু বৃদ্ধি পায়। আকৌ গছৰ পাতত এটি চমৎকাৰ কৌশল আছে। চেতন প্ৰাণীৰ গাত যেনেকৈ লোম কূপ আছে তেনেকৈ উদ্ভিদৰ পাতৰ মাজে মাজে ফুটা আছে। সেই ফুটাবিলাকেৰে বায়ু সোমায়, বায়ু সোমালে সেই বায়ুৰ পৰা উদ্ভিদে তাৰ লাগতীয়াল অঙ্গাৰক গ্ৰহণ কৰি ৰাখে। অদৰকাৰী অম্লজান আকৌ সেই বিধাৰে উলিয়াই দিয়ে, সেই অম্লজান বায়ুৰ লগত মিহলি হয়। এইদৰে গছৰ কোষে উৎপত্তি, বৃদ্ধি, বিকাশ প্ৰাপ্ত হয়; কোষৰ উৎপত্তি, বৃদ্ধি, বিকাশ হ'লেই গছৰ পৰা পাত, পাতৰ পৰা ফুল, ফুলৰ পৰা গুটি ইত্যাদি গছৰ জীৱনী কাৰ্য্য সম্পাদিত হয়।

চেতন প্ৰাণীৰ মুখ আছে, এই মুখেৰে বহিৰ্জগতৰ পৰা বস্তু খায়। এই বস্তু মুখ আৰু আহাৰ-বাহিনী নলীৰ মাজেদি পেটত পৰে। পেটত ৰাসায়নিক ক্ৰিয়াত এই বস্তুৰ পৰিবৰ্ত্তন হয়; লাগতীয়াল ভাগ তেজলৈ পৰিণত হয়, সেই তেজ নাড়ীয়ে নাড়ীয়ে সঞ্চালিত হৈ শৰীৰৰ সকলো অঙ্গকে অৰ্থাৎ শৰীৰস্থ সকলো কোষকে সজীৱ ৰাখে আৰু অদৰকাৰী বস্তুবিলাক মল-মূত্ৰ বাটেদি উলিয়াই দিয়ে, আকৌ লোম কূপেদি শৰীৰৰ দোষণীয় পদাৰ্থবিলাক ঘামৰূপে বাহিৰ হয়। নাকেৰে আমি উশাহ লওঁ; সেই উশাহতে আমাৰ হাওঁফাওঁলৈ বায়ু প্ৰবেশ কৰে। বায়ু প্ৰবেশ কৰি শিৰাপ্ৰণালীয়ে শৰীৰৰ সকলো অঙ্গৰ পৰা টানি আনি গোটাই থোৱা দূষিত তেজক শুদ্ধ কৰে; শুদ্ধ হ'লেই সেই তেজ আকৌ সঞ্চালিত হয়। দূষিত পদাৰ্থ অঙ্গাৰক আকৌ নিশাহত ওলাই আহি বায়ুৰ লগত মিহলি হয়। পুনৰ এই অঙ্গাৰক গ্ৰহণ কৰি চেতন প্ৰাণীৰ উপযোগী অম্লজান উলিয়াই দিয়ে।

এতিয়া দেখা গ'ল যে উদ্ভিদ চেতন প্ৰাণীৰ উপযোগী আৰু চেতন প্ৰাণী উদ্ভিদৰ উপযোগী। এই দৰে সংসাৰৰ সকলো বস্তুৱেই পৰস্পৰ পৰস্পৰৰ উপযোগী। মূলতে সকলো বস্তু প্ৰায় একে; ক্ৰিয়া আৰু গুণ ভেদে বেলেগ বেলেগ শৰীৰত বেলেগ বেলেগ ক্ৰিয়া আৰু গুণবিশিষ্ট হয়। যি জনা পুৰুষে এই দৰে এই অসীম ব্ৰহ্মাণ্ড সকলো বস্তুকেই পৰস্পৰ পৰস্পৰৰ উপযোগী কৰি সৃষ্টি কৰিছে, অসমঞ্জসাত সামঞ্জস্য দেখুৱাইছে, সেইজনা পুৰুষৰ শক্তি আৰু মহিমা কেনে অসীম!

# প্ৰাণীতত্ত্ব

বহুতৰ বিশ্বাস এই যে মানুহে যিমান বিজ্ঞানৰ উন্নতি সাধন কৰে সিমান স্বভাৱৰ কাৰ্য্য-কলাপবিলাক দেখি তাৰ উৎপত্তিৰ কাৰণ স্থিৰ কৰিব পাৰি মানুহৰ বোধগম্য নোহোৱা ঈশ্বৰৰ অসীম ক্ষমতাৰ প্ৰতি আস্থা কমি আছে, সিমান মানুহে ঈশ্বৰৰ সমকক্ষ হব পাৰিব বুলি আশা কৰে। এই বিশ্বাসটি অমূলক, কাৰণ ডাঙৰ ডাঙৰ বিজ্ঞানবিদ পণ্ডিতসকলেই কৈছে যে যিমান বিজ্ঞানৰ বাটত আগ বঢ়া যায় সিমান পৰমেশ্বৰৰ সৃষ্টি কৌশল বুজিব পাৰি, তেওঁৰ অসাধাৰণ বুদ্ধি আৰু ক্ষমতাৰ চিনাকি পোৱা যায় আৰু তেওঁৰ তুলনাত আমি যে কিমান নিকৃষ্ট তাকো স্পষ্টকৈ বুজা যায়।

বৈজ্ঞানিক কল্পনাৰ বলত আমি জড় জগতৰ পৰিবৰ্ত্তনবিলাকৰ আদি অন্ত বিচাৰি উলিয়াইছো। এই কল্পনাৰ সহায়তে আমি পৃথিৱী, চন্দ্ৰ, সূৰ্য্য প্ৰভৃতি সৌৰজগতৰ গ্ৰহবিলাকৰ প্ৰথমাৱস্থা কেনে আছিল তাক জানিব পাৰিছোঁ। অকল কল্পনাৰ ওপৰতে আমাৰ বৈজ্ঞানিক শিক্ষা হোৱা নাই। উন্নতিৰ সোঁতত, নিতে ন ন বৈজ্ঞানিক যন্ত্ৰবিলাকৰ আৱিষ্কাৰ হব লাগিছে। সেই যন্ত্ৰবিলাকৰ কাৰ্য্যৰ দ্বাৰাই আমি পণ্ডিতসকলৰ অনুমানবোৰৰ সত্যতা প্ৰমাণ কৰি চাইছো। এই এটাইবিলাক সাধাৰণ কথা। আন গ্ৰহবিলাকৰ কথা এৰি অকল পৃথিৱী সম্বন্ধীয় কথাবোৰ আলচ কৰিলেই তথ্য মানিব লাগে।

. পৃথিৱীৰ বিৱৰণ সম্পৰ্কে এটি বাই প্ৰশ্ন এই যে পৃথিৱীত প্ৰাণীৰ সৃষ্টি কৰ পৰা হ'ল? জড় বস্তুৰ যোগত প্ৰাণৰ উদ্ভৱ হৈছে নে ই এক পৰমেশ্বৰৰ সৃষ্টি? এই কথা বৰ গুৰু আৰু ই আমাৰ আলোচনাৰ ভিতৰৰ নহয়। প্ৰাণ কি বস্তু প্ৰাণী মাত্ৰেৰে সেই সম্বন্ধে এটা মূঠ জ্ঞান আছে, সেই জ্ঞানটি কেনে তাক ভাষাৰে বিশদৰূপে বুজোৱা টান। প্ৰত্যেক জীৱৰ এই সম্বন্ধে যি আত্ম-প্ৰত্যয় আছে সেয়ে যথেষ্ট। আমি মূঠতে ইয়াকে জানো যে জড় বস্তুৰ কায়াত প্ৰাণ লাগি প্ৰাণী হৈছে।

প্ৰাণীৰ উৎপত্তি আৰু পৰিবৰ্ত্তনৰ গতি নিৰ্ণয়. আৱিষ্কাৰ আধুনিক বৈজ্ঞানিক জগতৰ এটি বৰ ডাঙৰ ঘটনা। সেয়ে সেয়ে দেখিছে যে পৃথিৱীত

মানুহ, বান্দৰ, ঘোঁৰা, হাতী, গৰু, মহ, চৰাই প্ৰভৃতি নানা শ্ৰেণীৰ স্থলচৰ প্ৰাণী আৰু মাছ কাছ প্ৰভৃতি জলচৰ প্ৰাণী আছে। তাত বাজেও গছ-গছনি ইত্যাদি উদ্ভিজ প্ৰাণীও পৃথিৱীত আছে। এই এটাইবিলাকৰ যে প্ৰথমতে একে উৎপত্তি ঠাই, এনেকুৱা মেৰপাক খোৱা প্ৰাণীসূত্ৰৰ যে আদিতে একেতাজি মাখোন পাত আছিল, তাক ভাবিলেও আচৰিত হব লাগে। স্ব-প্ৰসিদ্ধ পণ্ডিত ডাৰউইনে প্ৰথমতে এই আচৰিত সত্য উলিয়াই সাধাৰণৰ চকুৰ আগত ডাঙ্গি ধৰে।*

জীৱবিলাকৰ মাজত প্ৰাণৰ পৰিমাণৰ তাৰতম্য থকাৰ বাবে বেলেগ বেলেগ শ্ৰেণীত প্ৰাণীবিলাকক ভাগ কৰিব পাৰি। মাছতকৈ হাঁহৰ প্ৰাণৰ পৰিমাণ বেছি, বান্দৰতকৈ মানুহৰ প্ৰাণৰ পৰিমাণ বেছি, সেই দেখি জীৱ-জখলাত মাছ হাঁহৰ আৰু বান্দৰ মানুহৰ তলৰ খাপত থাকিব। জীৱ-জখলাত সকলোতকৈ ওখ ঠাই সম্প্ৰতি মানুহেই অধিকাৰ কৰিছে। পাচত যে কালৰ গতিত নানা পৰিবৰ্ত্তন হৈ এই জখলাৰ অৱস্থা কেনেকৈ লয়ে তাক কোনে কব পাৰে? এই জীৱ-জখলাৰ নীচেই তলৰ খাপত প্ৰটপ্লেজম বা প্ৰাণ-পঙ্ক নামে এবিধ প্ৰাণী আছে। সমুদ্ৰত ইহঁতৰ উৎপত্তি হয়। সাধাৰণতে দেখিলে ইহঁতৰ যে প্ৰাণ আছে তাক বুজা টান, ইহঁতৰ কোনো অঙ্গ বা ইন্দ্ৰিয় নাই। ডোখৰ ডোখৰকৈ কাটি দিলেও প্ৰত্যেক কটা অংশই একোটা বেলেগ প্ৰটপ্লেজম হৈ উঠে, আকৌ কেবাডোখৰ একে লগ কৰি দিলে সেই এটাইবোৰ মিলি এটা জীৱৰ নিচিনা কাম কৰে। কোনো বিশেষ কোষৰ মাজত এই প্ৰটপ্লেজম উৎপত্তি হ'লে তেতিয়া নিৰ্দ্দিষ্ট আকাৰৰ এটা জীৱৰ সৃষ্টি হয়, তেতিয়া সেই প্ৰাণীক জীৱ-জখলাৰ নীচেই তলৰ খাপৰ ওপৰত ঠাই দিয়া হয়। এনেকুৱা প্ৰথম নিৰ্দ্দিষ্ট আকাৰৰ প্ৰাণীবিলাকৰ অঙ্গ প্ৰত্যঙ্গৰ দিয়ান তেজা-তেজ নেথাকে। জোক কেঁচু প্ৰায় এই শ্ৰেণীৰ জীৱ। কোনো বস্তু ধৰিব লাগিলে সিহঁতে গাটোৰ একোৱা ঠাইলকৈ মেলি দিয়ে বা কোনো বিপদৰ আশঙ্কা হ'লে তেতিয়াই গোটেই গাটো কোঁচাই ঘূৰণীয়া বাতলু আৰু কৰি লয়ে হয়। কোনো আহাৰ খাব লাগিলে আধাৰীয়া বস্তুৰ চাৰিওফালে মেৰাই ধৰি তাৰ সাৰ শুহি পেলায়।

এই প্ৰটপ্লেজৰ অৱস্থাৰ পৰা উন্নতি হৈহৈ পৃথিৱীত নানা জীৱ

* Origin of Species, by C. Darwin

জন্তু সৃষ্টি হৈছে। প্ৰকৃতিৰ প্ৰণালীৰ দ্বাৰাই জীৱবিলাকৰ আদিতে একোটা উৎপত্তিৰ ঠাই হৈয়ো অনন্ত কালৰ গতিত নানা শ্ৰেণী ভেদ হৈছে। প্ৰত্যেক শ্ৰেণীৰ জীৱ, শ্ৰেণীজগতৰ ক্ৰমিক উন্নতিৰ প্ৰত্যেক অৱস্থাৰ একোটা গঢ় মাথোন। এই ক্ৰমিক উন্নতি এটা বৰ ডাঙৰ প্ৰাকৃতিক বিবৰ্ত্তনৰ দ্বাৰাই সধা হৈছে আৰু সেই বিবৰ্ত্তনৰ এতিয়ালৈকে শেষ ফল মানুহৰ সৃষ্টি। এই ক্ৰমোন্নতি সাধক পৰিবৰ্ত্তন সদায় চলি আছে আৰু ভৱিষ্যতলৈও সেইদৰেই চলি থাকিব।

এতিয়া এনে প্ৰশ্ন হ'ব পাৰে যে প্ৰকৃতিৰ কি প্ৰণালী অনুসাৰে জীৱ-জগতত শ্ৰেণীভেদ হৈছে? এই প্ৰনালী এইবিলাক নিয়মৰ দ্বাৰাই গঢ়া, যেনে (১) বৃদ্ধি আৰু পুনৰুৎপত্তি, (২) পুৰুষানুক্ৰমিক গুণাধিকাৰ, (৩) বহিৰ্জ্জগতৰ অৱস্থাৰ আৰু ব্যৱহাৰৰ অব্যৱহাৰৰ তাৰতম্য, (৪) জীৱসমূহৰ ঘন বৃদ্ধি, সিহঁতৰ মাজত জীৱন ৰক্ষাৰ নিমিত্তে যুঁজ আৰু তাৰ ফল স্বৰূপ প্ৰাকৃতিক নিৰ্ব্বাচনৰ দ্বাৰাই হোৱা জীৱ চৰিত্ৰৰ প্ৰকৃতি ভেদ আৰু উন্নতিহীন জীৱৰ লোপ। এই কেইটা নিয়ম বৰ গুৰু আৰু বুজিবলৈ বৰ টান, সেই দেখি এই বিষয় অলপ বিশদৰূপে বুজাবলৈ চেষ্টা কৰা যাওক।

বৃদ্ধি আৰু পুনৰুৎপত্তি এই দুটা গুণ সকলো জীৱৰেই আছে। সময়ৰ গতিত মানুহ, গৰু, ঘোঁৰা, চৰাই, তৃণ সকলো বাঢ়ে আৰু সিহঁতৰ সন্ততি উৎপাদন কৰি জীৱ সংখ্যা বঢ়ায়। এই দুটা গুণ নথকা হ'লে জগতত প্ৰাণী নাথাকিলহেঁতেন।

দ্বিতীয় নিয়মটি বৰ আৱশ্যকীয়। পৃথিৱীৰ সকলো প্ৰকাৰ জীৱই নিজ নিজ গুণ নিজ সন্তান সন্ততিবিলাকক দি যায়। সকলোৱেই দেখিছে যে বহুত মানুহৰ কিছুমান ৰোগ সিহঁতৰ পূৰ্ব্বপুৰুষ বিলাকৰপৰা অধিকাৰ কৰা। ডাক্তৰী শাস্ত্ৰত এনেকুৱা বহুত ঘটনাৰ কথা উল্লেখ কৰি এই কথাৰ সত্যতা দেখুউৱা যাওক। এসময়ত অষ্ট্ৰেলীয়া দেশৰ এজন চহা মানুহে তাৰ ভেড়া পোৱালি এটাৰ ঠেং কেইটা আন আন তাৰ সমনীয়া পোৱালিৰ ঠেংতকৈ চুটি যেন দেখিলে। ঠেং চুটি হোৱাৰপৰা চহা মানুহটোৱে বুজিলে যে সেই ভেড়া পোৱালিটি ডাঙৰ হ'লেও আন ভেড়াৰ নিচিনাকৈ সি দেও দি চকোৱা পাৰ হৈ পলাব নোৱাৰিব। এইটো বৰ সুবিধা যেন দেখি সেই ভেড়াৰ বিবিলাক পোৱালিৰ সেই দৰে ঠেং চুটি হ'ল সেইবিলাকক বেলেগে থৈ সিহঁতৰ পৰা সন্ততি জন্মোৱালে। তেতিয়া সেই সন্ততি বিলাকৰ ঠেং চুটি হোৱা পাইকৈ

দেখা গ'ল। এই দৰে কেবাবাৰো চুটিঠেংীয়া ভেড়াৰ বোৰ মিলাই দিয়াৰ পৰা এবিধ নতুন জাতৰ ভেড়াৰ সৃষ্টি হ'ল। আগৰ পুৰুষৰ গুণবিলাক যাতে পাচৰ পুৰুষে অধিকাৰ কৰাত কিছুমান নিয়মে কাম কৰে যেনে, মতা জীৱৰ বিশেষত্ব সাধাৰণতঃ মতা সন্ততিয়ে অধিকাৰ কৰে, মাইকীৰ বিশেষত্ব মাইকী সন্ততিয়ে অধিকাৰ কৰে, আকৌ দেখা যায় যে এটা জীৱৰ জীৱনৰ যি সময়ত এটা বিশেষত্ব অৰ্জা হৈছিল তাৰ সন্ততি বিলাকেও প্ৰায় জীৱনৰ ঠিক তেনে সময়তে সেই বিশেষত্ব অধিকাৰ কৰে। সেই নিয়মে কোনো এক শ্ৰেণীৰ জীৱবিলাকৰ বুৰঞ্জীৰ আদিতে অৰ্জা গুণবিলাকৰ চিন এই শ্ৰেণীৰ জীৱৰ প্ৰত্যেক পুৰুষৰ সন্ততিবোৰৰ জীৱনৰ প্ৰথম ভাগতে দেখিবলৈ পোৱা যায়; শেষ ভাগত অৰ্জা গুণ বা বিশেষত্ববিলাক জীৱনৰ পাচ ভাগতহে ফুটি ওলায়।

এতিয়া বহিৰ্জগতৰ বেলেগ বেলেগ অৱস্থাৰ বাবে আৰু অভ্যাস, ব্যৱহাৰ আৰু অব্যৱহাৰ দ্বাৰাই জীৱবিলাকৰ কি নিয়মে লক্ষণ ভেদ হব লাগিছে তাক বিচাৰ কৰি চোৱা যাওক। বহিৰ্জগতৰ অৱস্থা বুলিলে বহুত কথা বুজায়, ইয়াত আমি জল-বায়ু, ঠাইৰ প্ৰাকৃতিক অৱস্থা প্ৰভৃতিৰ কথা উল্লেখ কৰিম। কোনো ঠাই বৰ গৰম বা শীত প্ৰধান হ'লে সেই ঠাইৰ জীৱবিলাকো জলবায়ুৰ সেই অৱস্থাৰ উপযোগী হব লাগিব, তেহে সিহঁত তিষ্ঠিব পাৰিব। জলবায়ুৰ অৱস্থাৰ ওপৰত উদ্ভিজ্জ বস্তুৰ অৱস্থাই যিমান নিৰ্ভৰ কৰে জন্তুৰ অৱস্থাই সিমান নকৰে। প্ৰাণীতত্ত্ববিৎ পণ্ডিতসকলে দেখিছে যে ঠাইৰ গুণৰ তাৰতম্যৰ পৰা জীৱবিলাকৰ মাজত প্ৰভেদ দেখা যায়। মহাদেশবিলাকত যিবিলাক চৰাই আছে সেইবিলাকৰ বৰণ দ্বীপবোৰত থকা চৰাইৰ বৰণতকৈ বহুত উজ্জ্বল। সাগৰৰ দাঁতিত থকা গছ-গছনিৰ পাতবিলাক সাধাৰণতঃ বেছি ডাঠ দেখা যায়। এনেকুৱা উদাহৰণ আৰু বহুত প্ৰভেদ ঘটিছে, তাৰ এটি উদাহৰণ দেখুৱালেই হব। ঘৰচীয়া হাঁহৰ ঠেংৰ শকুৱতাতকৈ বনৰীয়া হাঁহৰ ঠেংৰ শকুৱতা বহুত কম। তাৰ কাৰণ এই যে ঘৰচীয়া হাঁহবিলাকে ঠেংৰেহে সদায় কাম কৰে, লৰি চৰি ফুৰিব লাগিলে খোজ কাঢ়ে, কিন্তু বনৰীয়া হাঁহবিলাকে প্ৰায় সদায় উৰি ফুৰে, সেই দেখি সিহঁতৰ ঠেংৰ কাম সিমান নহয়। এই কাৰণে নিৰ্বিবাদেই ঘৰচীয়া হাঁহৰ ঠেং বনৰীয়া হাঁহৰ ঠেংতকৈ শকুৱ। ব্যৱহাৰ আৰু

অব্যৱহাৰৰ কাৰ্য্যৰ উদাহৰণ প্ৰায় এনেকুৱাই। কোনো বিশেষ অৱস্থাত পৰাৰ বাবে বা কেতিয়াবা কোনো প্ৰকাৰ জীৱৰ এটা বিশেষ অঙ্গৰ কাম নোহোৱা হৈ পৰে। তেনেকুৱা হ'লে সেই অঙ্গৰ ক্ৰমে হীন অৱস্থা হয় আৰু এই ৰকমে বহুত পুৰুষৰ পাচত হয়তো জীৱটিৰ সেই অনাৱশ্যকীয় অঙ্গটিয়ে লোপ পায়। অষ্ট্ৰীচ বা উটচৰাইয়ে কেতিয়াও তাৰ ডৌকাৰ ব্যৱহাৰ নকৰে। কোনো বিপদ উপস্থিত হ'লে সি তাৰ বলী ঠেংটোৰে গোৰ মাৰি শত্ৰুক বিমুখ কৰে। অনুমান কৰি জানিব পৰা যায় যে এই উটচৰাইৰ পূৰ্ব্বপুৰুষবিলাকে সম্ভৱতঃ ডৌকাৰ কোনো আৱশ্যক নেদেখি তাক ব্যৱহাৰ নকৰিছিল, বা কেতিয়াবা কদাচিত হে কৰিছিল। এনেকুৱা হোৱাৰ পৰা উটচৰাইৰ ডৌকা-বোৰ দুৰ্ব্বল হবলৈ ধৰিলে আৰু ঠেংৰ কাৰ্য্য বাঢ়ি অহাত সেই অঙ্গৰে কালত ক্ৰমিক উন্নতি হবলৈ ধৰিলে। অৱশেষত উট চৰাইৰ ডৌকা দুখন কাম কৰিবলৈ একেবাৰে অক্ষম হৈ পৰিল আৰু ঠেংৰ শক্তি ইমান বাঢ়িল যে তাৰ একে গোৰতে ডাঙৰ ডাঙৰ জন্তুৰো প্ৰাণ বধ হব লাগিছে। কেকোৰা প্ৰভৃতি সদায় মাটিৰ তলৰ আন্ধাৰ গাঁতত সোমাই থকা বহুত জীৱৰ চকুৰ আৱশ্যক আৰু কাৰ্য্য প্ৰায় নথকাৰ বাবে সিহঁতৰ সেই অঙ্গ হীন বা বিকৃত হোৱা দেখা গৈছে।

প্ৰাণীবিলাকৰ অপৰিসীম বৃদ্ধিয়েই সিহঁতৰ মাজত জীৱন ৰক্ষাৰ বাবে ঘটা যুদ্ধৰ কাৰণ। প্ৰত্যেক জীৱই যিবিলাক সন্ততি উৎপাদন কৰে সেই এটাইবিলাক যদি তিষ্ঠিব পাৰি বাঢ়ে তেনেহ'লে অতি অলপ কালতে পৃথিৱী প্ৰাণীৰে ভৰি পৰিব। কিন্তু তেনে কেতিয়াও নহয়। প্ৰাণীৰ সংখ্যা সৰহ হ'লে সিহঁতৰ মাজত নানা কাৰণৰ বাবে প্ৰতিদ্বন্দ্বিতা হৈ উঠে, যি যোগ্য সি ৰক্ষা পায়, যি অযোগ্য সি নষ্ট পায়। জীৱন ৰক্ষাৰ নিমিত্তে যুদ্ধ— এইটো স্বলপ বুজিবলগীয়া কথা। খাদ্য নোহোৱাৰ সময়ত দুটা কুকুৰৰ মাজত জীৱন ৰক্ষাৰ কাৰণে যুদ্ধ হোৱা বুলিব পাৰি। মিচ্‌লটো নামেৰে এবিধ গছত গজা উদ্ভিদ আছে। সেইবিলাক সাধাৰণতে এপাল গছত হয়। যদি একেডাল গছতে তেনেকুৱা বহুত মিচ্‌লটো গজে তেনেহ'লে একালো বাঢ়িব নোৱাৰে, হেচাহেচি হোৱাত আটাইবিলাক মৰি যাব। আকৌ মিচ্‌লটো-বিলাক এডাল গছৰ পৰা আন গছ এডালত হবলৈ চৰাইবিলাকৰ সহায়তা লাগে, কাৰণ চৰাইবিলাকে সিহঁতৰ গুটিবিলাক নি আন গছৰ খোৰোজত

নেপেলালে আৰু আন উপায়ে সেই গছত মিচল্টো হব নোৱাৰে। চৰাই-বিলাক সদাই মিচল্টো থকা গছলৈ নাহে; সেই দেখি ভাবি চালে মিচল্-টোবোৰে, আন আন যিবিলাক গছে ফল উৎপাদন কৰি চৰাইবিলাকক আকৰ্ষণ কৰে, তেনেবোৰ গছেৰে জীৱন ৰক্ষাৰ কাৰণে প্ৰতিদ্বন্দ্বিতা কৰে। এইদৰে প্ৰতিদ্বন্দ্বিতা কৰি জীৱসংখ্যা নকমা হলে পৃথিৱীত এক ভয়ানক ঘটনা হৈ উঠিলহেঁতেন। হাতীয়ে সকলোতকৈ কম সন্ততি উৎপাদন কৰে। ডাৰউইনে স্থিৰ কৰিছে যে সাধাৰণত হাতীয়ে ৩০ বছৰ বয়সৰ পৰা পোৱালি জগাবলৈ আৰম্ভ কৰি ৯০ বছৰ বয়সলৈকে তিনিজোৰ মাখোন পোৱালি প্ৰসৱ কৰে। এই নিয়মে চলি গলে ৫০০ বছৰৰ মূৰত পৃথিৱীত একেজোৰ হাতীৰ পৰা ১৪ নিযুত হাতী উৎপন্ন হয়। কিন্তু হাতীৰ সংখ্যা ইমান সৰহ হলে কেতিয়াও এটাইবিলাক তিষ্ঠিব নোৱাৰে; সিহঁতৰ মাজত তেতিয়া প্ৰতিদ্বন্দ্বিতা হৈ সংখ্যা কমি যায়। আমি এতিয়া দেখিলোঁ যে কোনো জীৱৰ সংখ্যা পৃথিৱীত সৰহ হলে সিহঁতৰ মাজত জীৱনৰক্ষাৰ কাৰণে যুদ্ধ হয়, তাত কিছুমানে ৰক্ষা পায় আনবিলাক মৰে। ইয়াৰ ৰহস্য কি বুজা যাওক। পৃথিৱীত যেতিয়া জীৱবিলাক চাৰিওফালে চিটিকি পৰিল তেতিয়া সিহঁতৰ থকা ঠাইৰ মাজত প্ৰভেদ হবলৈ ধৰিলে। কিছুমান গৰম দেশলৈ, কিছুমান শীতপ্ৰধান দেশলৈ, কিছুমান পৰ্ব্বতীয়া ঠাইলৈ, আনবিলাক ভৈয়ামৰ ফালে, এইদৰে দিহাদিহি গ'ল। যিবিলাক পৰ্ব্বতপূৰ্ণ ঠাইবোৰলৈ গ'ল সিহঁতৰ ভিতৰত যিবিলাক অযোগ্য আছিল সিবিলাক মৰিল। সেইদৰে শীতপ্ৰধান ঠাইলৈ যোৱাবিলাকৰ মাজত যিবোৰ নোমাল আছিল বা যিবিলাকৰ জাৰ গুচাবৰ কোনো উপায় আছিল সিহঁত বচিল, বাকীবিলাক লোপ পালে। সেইদৰে যিবিলাক ঠাইৰ প্ৰাকৃতিক অৱস্থাৰ উপযোগী হোৱাৰ বাবে তিষ্ঠিল সেইবিলাকে সেই ঠাইবোৰত থাকি বেলেগ বেলেগ বিশেষত্ব আৰ্জিলে। সেইবোৰ বিশেষত্ব পুৰুষানুক্ৰমে প্ৰাণীবিলাকৰ মাজত চলি আহি সিহঁত এক বেলেগ জাতৰ প্ৰাণী হৈ উঠিল। এইদৰে কোনো কোনো শ্ৰেণীৰ একেবাৰে লোপ হৈছে, কিছুমানে কোনো বিশেষ ঠাইত পৰি সেই ঠাইৰ উপযোগী হোৱাত তাতে কোনো বিশেষ গুণ অধিকাৰ কৰি এক শ্ৰেণী নতুন জীৱৰ সৃষ্টি কৰিছে।

প্ৰাকৃতিক নিৰ্ব্বাচন বোলাত কি বুজা যায় তাৰ অলপ ভু বোৰকৰোঁ।

এতিয়া পোৱা গৈছে। আগেয়েই কৈছোঁ যে নানা কাৰণৰ বাবে জীৱবিলাকৰ মাজত বহুত প্ৰভেদ জন্মিছে। প্ৰত্যেক শ্ৰেণী জীৱৰ বেলেগ বেলেগ ফালে পৰিবৰ্ত্তন হোৱাৰ বাবেই এনে প্ৰভেদ হৈছে। এই পৰিবৰ্ত্তন-বিলাক কিছুমান জীৱৰ নিমিত্তে উপকাৰী আৰু কিছুমানৰ অনিষ্টকৰ। এই অনিষ্টকৰ পৰিবৰ্ত্তনবিলাক এৰি উপকাৰী পৰিবৰ্ত্তনবিলাক এক আচৰিত প্ৰাকৃতিক নিয়মৰ দ্বাৰাই ৰখা হয়। ইয়াকে আমি প্ৰাকৃতিক নিৰ্ব্বাচন বুলিছোঁ। যিবিলাক জীৱৰ উপকাৰী পৰিবৰ্ত্তন নহৈ কেৱল অনিষ্টকৰ পৰিবৰ্ত্তন হয়, সিহঁত তিষ্ঠিব নোৱাৰে, কালত সিহঁতৰ বিনাশ হয়। এই-দৰে একো শ্ৰেণীৰ জীৱ অসুবিধাযুক্ত অৱস্থাত থকাৰ নিমিত্তে লোপ পাই জীৱসমূহৰ একোটা শ্ৰেণী হীন কৰিছে। লোপ পাই যোৱা প্ৰাণীবিলাক আৰু ঘূৰাই পৃথিবীত নোলায়, কাৰণ প্ৰাণী-সূত্ৰৰ পৰা সিহঁত ছিগি পৰিল। এতিয়াও ভূগৰ্ভৰপৰা সময়ে সময়ে সেই লোপ পোৱা প্ৰাণীবোৰৰ কিছুমানৰ চিন দেখিবলৈ পোৱা যায়। ৰুচ দেশত আগেয়ে মামথ নামেৰে হাতীতকৈয়ো ডাঙৰ নোম থকা এবিধ জন্তু আছিল, সেই জন্তু আজিকালি আৰু পৃথিবীত নাই, কিন্তু তাৰ হাড়-মূৰ এতিয়াও ৰুচ দেশৰ ফালে মাটিৰ তলত ওলায়। প্ৰাকৃতিক নিৰ্ব্বাচনৰ দ্বাৰাই এই নিয়মে জীৱবিলাকৰ মাজত তাৰতম্য ঘটাৰ দ্বাৰাই সিহঁতৰ এক ডাঙৰ উপকাৰ সধা হব লাগিছে। যিমান প্ৰভেদ বাঢ়িছে সিমান জীৱবিলাক নতুন নতুন জাতিত বিভক্ত হৈছে, সিমান সেইবাবে জীৱনৰক্ষাৰ কাৰণে কৰা যুদ্ধৰ তেজ কমিছে, কাৰণ একে ৰকমৰ জীৱৰ পৰা প্ৰভেদ ঘটি নানাবিধ জীৱৰ সৃষ্টি হোৱাৰপৰা সিহঁতৰ সংখ্যা কমি সিহঁতৰ মাজত প্ৰতিদ্বন্দ্বিতা লঘু হৈছে। প্ৰকৃতিৰ ইও এক আচৰিত কৌশল!

আমি আগেয়ে জীৱশ্ৰেণীক এডাল জখলাৰে তুলনা কৰিছোঁ। এতিয়া আকৌ কওঁ যে জীৱসমূহক আইকৈ এডাল ডাঙৰ গছেৰে ভালকৈ তুলনা কৰিব পাৰি। গছডাল মাটিৰপৰা ওপৰলৈ উঠোঁতে একেডাল ডাঙৰ গুৰি হৈ থাকে, তাৰ ওপৰৰ পৰা বেলেগ বেলেগ ডালত বিভক্ত হয়। গছডালৰ সকতে থাকোঁতে বহুত পোখা ওলায়, কিন্তু সেই এটাইবিলাক নেথাকে। কিছুমান বল নোহোৱা হৈ মৰি পৰে, কিছুমানহে বাঢ়ি ডাঙৰ-ডাঙৰ হয়। সিহঁতৰ পৰা সেইদৰে আৰু বহুত সৰু ডাল হয়, তাৰে

কিছুমান মৰে। মৰা জালবিলাক ভাগি পৰি মাটিত পোত খাই থাকে। আমি জীৱবিলাকৰ যি ক্ৰমিক অভিব্যক্তি অলপ দেখুৱালোঁ। সিও ঠিক এনেকুৱাই।

বহুতে এই অভিব্যক্তিবাদৰ প্ৰতিবাদ কৰি কয় যে যদি ৰবাচলতে সকলো প্ৰকাৰৰ প্ৰাণী মূলতে একেটা উৎপত্তিৰপৰা জন্মিছে, তেনেহলে আমি জীৱশ্ৰেণীক এনে অঙ্গহীন দেখোঁ কিয়? যদি পৰিবৰ্ত্তনৰ সোঁতত জীৱবিলাকৰ বহুত জাতিয়ে লোপ পোৱাৰ বাবে, তেনে অঙ্গহীন হৈছে তেনেহলে ভূগৰ্ভত সেই এটাইবোৰ হেৰোৱা অঙ্গৰ চিন দেখা নাযায় কিয়? কিন্তু অলপ ভাবি চালেই বুজিব পাৰি যে আচলত ভূগৰ্ভতত্ত্বৰ এতিয়াও উন্নতি হোৱা নাই। ভূগৰ্ভৰ আৰু ক'ত কি আছে এতিয়াও আমি জানিব পৰা নাই। আৰু এটা কথা; অঙ্গবিলাক একে সময়তে হীন হোৱা নাই, সেই বাবে একে ঠাইতে সিহঁতৰ চিন পোৱা টান। মাটিৰ তলৰ পৰা এটাইবিলাক লুপ্ত হোৱা জীৱৰ চিন বিচাৰি উলিয়াবলৈ আৰু কত যুগ লাগিব তাক কোনে কব পাৰে? আকৌ এটা যাই আপত্তি এই যে যদি একেটা মূল জীৱৰপৰা সকলো জীৱৰ সৃষ্টি হৈছে তেনেহলে বিস্তীৰ্ণ সাগৰ আৰু অভেদ্য পৰ্ব্বতমালাৰ দ্বাৰাই পৃথক হোৱা পৃথিৱীৰ বেলেগ বেলেগ অংশত প্ৰায় একে ৰকমৰ জীৱ কৰ পৰা হ'ল। এইটো ভাবিবলগীয়া কথা। কিন্তু বৈজ্ঞানিক পণ্ডিতসকলে কয় যে আজিকালি পৃথিৱীৰ ওপৰ ভাগত যেনেকৈ মাটি আৰু পানীৰ ভাগ কৰা আছে আগেয়ে তেনে নাছিল। আগেয়ে সম্ভৱতঃ ডাঙৰ ডাঙৰ মহাদেশবিলাক লগ লগা আছিল। আটলাণ্টিক মহাসাগৰত বহুত দ্বীপমালাৰ পৰা এইটো অনুমান হয় যে এক সময়ত ইউৰোপ আৰু আমেৰিকাৰ মাজত সাগৰৰ ব্যৱধান নাছিল। সকলো বৈজ্ঞানিকেই স্বীকাৰ কৰে যে, যি সমুদ্ৰ আগেয়ে বহুত দ আছিল কালত সিও এতিয়া বাম হৈ আহিছে। সেই নিয়মে বাম পানীও ক্ৰমে দ হৈছে। যদি এনে এক সময়ত ডাঙৰ মহাদেশবিলাক আৰু দ্বীপবোৰ একেলগে খুপ খাই আছিল, তেনেহলে তেতিয়াই যে জীৱবিলাক পৃথিৱীৰ চাৰিওফালে বিস্তাৰিত হৈ গৈছে তাত একো সন্দেহ নাই। ইয়াত বাজেও প্ৰকৃতিৰ আৰু বহুত আচৰিত কৌশলৰ দ্বাৰাই জীৱবিলাকক চাৰিওফালে সিঁচাই দিয়া হৈছে। গছৰ গুটি বতাহত উৰি বহুত দূৰ ঠাইলৈ গৈ তাত আকৌ

গছ গজোৱা বহুতে জানে। কোনো কোনো গছৰ ওচৰত বৰ হাবি থকাৰ নিমিত্তে তলত গুটি সৰি পৰিলেও হাবিৰ নিমিত্তে তাত গজিব নোৱাৰে। ভগৱানৰ কৌশলত তেনে বহুত গছৰ গুটিবোৰ নোমেৰে ঢকা। নোম থকা গুটিবিলাক বতাহত উৰি বহুত দূৰৈত পৰেগৈ আৰু তাতে মুকলি ঠাই পালে গছ গজায়। জলপ্লাৱন, বতাহ আৰু কেতিয়াবা চৰাইৰ সাহায্যত বহুত পানীত থকা জীৱ আৰু উদ্ভিজ প্ৰাণী এঠাইৰ পৰা আন ঠাইলৈ যাব পাৰে।

আমি ওপৰত প্ৰাণীবিলাকৰ সাধাৰণত ঘটা শাৰীৰিক অভিব্যক্তিৰ কথা কলোঁ। তাত বাজেও প্ৰাণীৰ মানসিক জগতত যে কি এক আচৰিত অভিব্যক্তি ঘটিছে তাক আলচ কৰিলে আৰু তধা মানিব লাগে। সাগৰৰ বস্তু প্ৰটপ্লেজমৰ পৰা ক্ৰমিক অভিব্যক্তি হৈ শেষ ফল মানুহ হ'ল ; কিন্তু কি বস্তুৰ পৰা অভিব্যক্তি হৈ মানুহৰ সোমাই থকা গুণ ভাব আৰু প্ৰবৃত্তিবিলাক—ধৰ্ম—জ্ঞান ন্যায়-অন্যায় বোধ প্ৰভৃতি উৎপন্ন হ'ল তাক নিৰ্ণয় কৰা টান। মানুহৰ এইবিলাক ভাব প্ৰবৃত্তি যি মূল উপকৰণৰ অভিব্যক্তিৰ পৰা হৈছে সি কি, তাৰ আলোচনা আমি প্ৰটপ্লেজমৰ ভিতৰত প্ৰাপ্ত কৰপৰা হ'ল, এই কথাৰ আলোচনাৰ নিচিনাকৈ ইয়াতে এৰিলোঁ।

# মনুষ্যৰ আদি অৱস্থা

অনেক জ্ঞানীলোকে, যাইকৈ ডাৰুইন ডাৰউইনে, কয় যে মানুহ একেবাৰেই মনুষ্যৰূপে সৃষ্ট হোৱা নাই। অতি ক্ষুদ্ৰ কীটে, ক্ৰমে উন্নত হৈ, বান্দৰৰ অৱস্থা পালে; সেই বান্দৰৰ উন্নত অৱস্থাই মানুহ। মানুহবোৰো প্ৰথম অৱস্থা বান্দৰ বা আন সামান্য জন্তুতকৈ শ্ৰেষ্ঠ নাছিল। মনুষ্যজাতিৰ কোনো কোনো ভাগ সভ্য হৈ মনুষ্যনামৰ গৌৰৱ বঢ়াইছে। মানুহবিলাকেনো পশু স্থিতি কেনেকৈ কি নিয়মৰ দ্বাৰা মনুষ্যত্ব পালে; ডাৰুইন ডাৰউইনে তাক ভালকৈ দেখাইছে; কিন্তু সেই কথা বুজোৱা এই ৰচনাৰ উদ্দেশ্য নহয়; আদি অৱস্থাতে মনুষ্যজাতি যে সামান্য জন্তুতকৈ শ্ৰেষ্ঠ নাছিল, আমি তাকেহে কব খুজিছোঁ। এতিয়াও নানা ঠাইত যিবিলাক হাবিয়লীয়া অসভ্য মানুহ আছে, সেইবিলাকলৈ চালেই আমাৰ কথাৰ প্ৰমাণ পোৱা যাব। মানুহৰ যি আহাৰ, চৰাই পহুবোৰো সেয়েই আহাৰ। মানুহৰ খাই আহাৰ ফল, মূল আৰু মঙহ; চৰাই পহুৱেও সেইবিলাককে খাই জীয়াই থাকে; কিন্তু মানুহ যিমান সভ্য হয়, তেওঁ খোৱাবস্তুকো সিমান ভালকৈ ৰান্ধে। সামান্য জন্তুৱে কেঁচা খায়; মানুহেও নিচেই আদি অৱস্থাত সামান্য জন্তুৰ দৰে কেঁচা বস্তু খাইছিল, পাচে ক্ৰমে জুইৰ ব্যৱহাৰ জানি খাদ্যবস্তু ৰান্ধি-বঢ়া শিকিলে। কিন্তু অসভ্য মানুহে সভ্যবিলাকৰ দৰে ৰান্ধিব নেজানে আৰু অনেক অসভ্য জাতিয়ে এতিয়াও কেঁচা মঙহ খায়, আৰু তাৰ দ্বাৰাই সভ্য জাতিয়ে নানা প্ৰকাৰে ৰন্ধা বস্তু খোৱাৰ সমান তৃপ্তি পায়। সমা-বিলাকে মৰা হাতীৰ মঙহ এখন চাঙত থৈ তলত জুই জ্বালি সেঁকা দিয়ে, সেয়ে তাৰ উত্তম আহাৰ। ফুয়েজি নামেৰে এজাতিয়ে মাছ ধৰি কেঁচাই খায়; আৰু সাগৰৰ দাঁতিত মৰা তিমি পালে, সি যিমানকে গেলা আৰু দুৰ্গন্ধ হওক, সিয়াল কুকুৰৰ দৰে তাকে তাকে পৈ তৎক্ষণাৎ তাৰ পেটত ভৰায়। সেই জাতিৰ লৰা আৰু তিৰোতাবোৰে ঢুকুৰেৰে ঠেঙত এক-দমে চিলুবাচুৰ কেঁচা মঙহ খায় আৰু তাৰ পেটৰ ভিতৰত মুখ সুমুৱাই তেজ পিয়ে। আবিচিনিয়াৰ মানুহবিলাকে জীয়া গৰুৰ গাৰ মঙহ...কাটি

চোবাই খোৱাৰ কথা আমি শুনিছোঁ। মানুহৰ জীৱন ৰাখিবৰ যাই উপায় আহাৰ। তাৰ পাচতে কাপোৰ। সভ্য মানুহক, অকল জাৰৰ নিমিত্তেই নহয়, লাজ গুচাবৰ আৰু শোভা বঢ়াবৰ কাৰণেও কাপোৰ লাগে; কিন্তু নিচেই অসভ্যাৱস্থাত মানুহে কাপোৰৰ ব্যৱহাৰ মুঠেই নেজানিছিল, তাৰ পাচতো জাৰৰ পৰা ৰক্ষা পাবৰ কাৰণেহে তাৰ আৱশ্যক হ'ল; কিন্তু এতিয়াও অনেক জাতিৰ মানুহ বান্দৰৰ দৰে নাঙঠ হৈয়েই আছে। কোনোৱে কঁকা-লত কিছুমান গছৰ পাত আৰি লয়। লাজ গুচাবৰ নিমিত্তে অসভ্য জাতিৰ তিৰোতাইহে কাপোৰ পিন্ধে; মতাই কাপোৰ নিপিন্ধাৰপৰা একো লাজ নেপায়। অষ্ট্ৰেলিয়াৰ মানুহ আৰু ফুযেজি জাতিয়ে জাৰকালি মাথোন কাপোৰ পিন্ধে; আন সময়ত নাঙঠ হৈ ফুৰে। আৰ্মেনিয়াৰ তিৰোতা-বোৰো নাঙঠ থাকে। নিউকেলেডিনিয়াৰ বিয়া কৰা তিৰোতাই মাথোন লেংটি পিন্ধে, অবিবাহিতা তিৰোতাৰ লেংটিতো সত্ব নাই। কোনো কোনো অসভ্য জাতিৰ মতাই কাপোৰ পিন্ধে, তিৰোতাবোৰ সদায় নাঙঠ; তিনিটি মাজুলী আৰু আফ্ৰিকাৰ লাৰি নামেৰে নগৰত এই দস্তুৰ প্ৰচলিত। আধা নাঙঠ বা গোটেই নাঙঠ আৰু অনেক মানুহ আছে।

সভ্য জাতিৰ ভিতৰত পিতৃ-মাতৃ আৰু বুঢ়ালোক মান্য; কিন্তু অসভ্য জাতিৰ দস্তুৰ তাৰ বিপৰীত। কাম্‌স্কট্‌কাৰ মানুহবিলাকে সিহঁতৰ মৰাহেৰে কুকুৰক আহাৰ দিয়ে। কোভিযাক জাতিয়ে বুঢ়া মাক-বাপেকক বধ কৰা সিহঁতৰ কৰ্ত্তব্য কাম বুলি ভাবে। নিউকেলেডোনিয়াৰ মানুহবিলাকে বুঢ়া মাক-বাপেকক নিৰ্জ্জন হাবিত এৰি থৈ আহেগৈ। ফিজি মাজুলীৰ নিয়মমতে পিতৃ-মাতৃক বধ কৰা বৰ পুণ্যৰ কাম; তাৰ মানুহবিলাকে মিত্ৰিৰ-কুটুম্ব মাতি আনি বৰ ৰঙেৰে বাপেক মাকক ফাঁচী দিয়ে। আমেৰিকাৰ আউ নামেৰে জাতিয়ে বুঢ়া মানুহক বধ কৰে। মাচাই কাফ্ৰিবিলাকে বুঢ়া মানুহক ঘৰৰ পৰা খেদাই দিয়ে; অনাহাৰত গছৰ তল বা বাঁহৰ তলত তাৰ মৃত্যু হয়। পূৰ্ব্বে বেকট্ৰিয়াৰ মানুহে বুঢ়া আৰু নৰীয়া মানুহক কুকুৰৰ হতুৱাই খুৱাইছিল।

এইবিলাক জাতিৰ আচৰণলৈ চালে, মনুষ্য যে আদিম অৱস্থাত সামান্য জন্তুৰ নিচিনা আৰু কোনো কোনো জন্তুকেও নীহ আছিল, তাত সংশয় থাকেনে? কোনো কোনো জাতি এতিয়া সভ্য হৈ শ্ৰেষ্ঠ জীৱ হৈছে; আনবিলাক আদি অৱস্থাতে এতিয়ালৈকে আছে, আৰু এতিয়া যিবিলাক জাতি সম্পূৰ্ণ বা আধা সভ্য হৈ শ্ৰেষ্ঠ জীৱ হৈছে, সিবিলাকৰ পূৰ্ব্বপুৰুষবিলাক এক এক কালত ওপৰত কোৱা কোনো কোনো জাতিৰ নিচিনা আছিল, তাত সংশয় নাই।

# আগৰ দিন

## প্ৰজা

অসম দেশৰ প্ৰজা প্ৰধানকৈ দুই ভাগে বিভক্ত। প্ৰথম কাঁড়ী, দ্বিতীয় চমুৱা। কাঁড়ী খেলেই আহোমবিলাকৰ শাসনৰ নিয়মমতে অতি তলতীয়া শ্ৰেণীৰ বা সাধাৰণ প্ৰজা। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই কৈছিল বোলে "কাঁড়ী কঠিয়াতলী।" কাঁড়ীৰ পৰা মাত্ৰ সৈ চমুৱা হয়, আৰু চমুৱাৰ পৰা বিষয়া হয়। কাঁড়ী পাইক, ৰজা আৰু ৰাজ্যৰ অধীন। ৰাজকীয় কাৰ্য্য কাঁড়ীয়ে কৰে; আৱশ্যক হ'লে অস্ত্ৰ লৈ ৰণলৈকো যায়। চমুৱা পাইকে নিৰ্দ্দিষ্ট কাৰ্য্য মাত্ৰ কৰে, কিন্তু চিপাহী নহ'লে অস্ত্ৰ ধৰি ৰণলৈ নেযায়। কোনো এক সময়ত এই দেশৰ এনে অৱস্থা আছিল যে সকলো প্ৰজাই সকলো ৰাজকীয় কাৰ্য্য কৰিছিল। শেঁ-শিয়া শিক্ষিত আৰু বিশেষ সৈন্য নাছিল। দেশৰ সকলো প্ৰজাই অস্ত্ৰ লৈ ৰণলৈ সৈ বিদেশী-লোকৰ সৈতে যুদ্ধ কৰিছিল। বিশেষ বিশেষ কাৰ্য্যৰ নিমিত্তে লোকৰ আৱশ্যক হোৱাত চমুৱা শ্ৰেণী হ'ল। আৰু সেইসকল লোকৰ দ্বাৰাই কাৰ্য্য কৰাবৰ কাৰণে কেতবিলাক বিষয়া নিয়োজন কৰা হৈছিল। বিষয়া-সকলে মাসিক নিৰ্দ্দিষ্ট টকা নেপাইছিল। সেইসকলে নিজে প্ৰতিপালিত হবলৈ কেতবিলাক পাইক বা মানুহ পাইছিল। সেই মানুহৰ দ্বাৰাই তেওঁ-বিলাকৰ প্ৰয়োজনীয় সকলো কাৰ্য্য কৰাইছিল। আৰু ৰজা আৰু ৰাজ্যৰ অৰ্থে যি নিৰ্দ্দিষ্ট কাৰ্য্য কৰিব লাগে তাকো সমাধা কৰিছিল। এইৰূপে বিষয়াৰ অধীনৰ চমুৱা মানুহবোৰে নিৰ্দ্দিষ্ট কাৰ্য্য মাত্ৰ কৰিছিল। কাঁড়ী মানুহবোৰৰো সেইৰূপ নিৰ্দ্দিষ্ট কাৰ্য্য আছিল। চমুৱা খেলতো কাঁড়ী বা অতি তলতীয়া শ্ৰেণীৰ প্ৰজা আছিল। কাঁড়ী শব্দৰ নানাজনে নানা অৰ্থ কৰে। সেই কালৰ যুদ্ধৰ প্ৰধান অস্ত্ৰ কাঁড় লৈ যুদ্ধলৈকে যাব পৰাৰ কাৰণেই বোধ হয় কাঁড়ী বুলিছিল। চমুৱা হ'লে মানুহ বিশেষে কোনো এটা নিৰ্দ্দিষ্ট কাৰ্য্য কৰা শ্ৰেণীলৈ নিনিয়াকৈও ৰজাই চমুৱা কৰিব পাৰে

আৰু কৰিছিল। চমুৱাৰ অনেক খেল বা বিভাগ। কাৰ্য্য বা ব্যৱসায় অনুসাৰে খেল বোলে। যেনে, সোণাৰীৰ খেল, গায়নৰ খেল। অনেক চমুৱা খেল একত্ৰিত হৈ যি জন বিষয়াৰ অধীন, সেইসকল লোকক সেই বিষয়াৰ মেলৰ লোক বোলে। যেনে, ঢেঁকীয়াল ফুকনৰ মেলৰ সোণাৰীৰ খেল। বিশেষ বিশেষ কেতবিলাক খেল একলগ হৈ কোনো ঠাইত থাকিলেও কেতিয়াবা সেই বিলাকক এখন খেল বুলিছিল। যেনে বৰফুকনৰ মেলৰ নগঞা খেল। কোনো খেলৰ সকলো মানুহ একলগে নেথাকে। একে খেলৰ মানুহ অনেক ঠাইত থাকিব পাৰে। তাৰ দ্বাৰা তাৰ খেলৰ-সম্বন্ধ ব্যাঘাত নজন্মে, কেৱল সেই লোকে সেই খেলৰ নিৰ্দ্দিষ্ট কাৰ্য্য কৰি থাকিব লাগে। যদি কোনো লোকে এইৰূপ কাৰ্য্য নকৰে তাক 'ভগনীয়া' বোলে। ভগনীয়াক খেলৰ বিষয়াই বলেৰে নিৰ্দ্দিষ্ট কাৰ্য্য কৰাব পাৰে। ব্ৰাহ্মণ-সকলৰ ভিতৰতো কাঁড়ী আছিল; কিন্তু সেইসকলে হীন কাৰ্য্য নকৰিছিল; আন কাঁড়ী বুলিলে সকলো কাৰ্য্যকে কৰিব লাগে। কাঁড়ী আৰু চমুৱাৰ নিৰ্দ্দিষ্ট কৰা পিয়লৰ কাকত আছিল; কাঁড়ীৰ পৰা চমুৱালৈ যদি কোনো লোক যায়, তাৰ নাম কাঁড়ীৰ কাকতৰ পৰা কটাব লাগে; আৰু কটোৱা বিধানো আছিল। নাম নকটালে সি যেই কি বিষয় পাওক, কাঁড়ীয়েই থাকিল। বকতীয়ালৰ ৰবৰুৱাই এদিন কাঁড়ীৰ হিচাপ লোৱাত এদল কাঁড়ীৰ মাজৰ এটা পাইক নোলাল। সেই পাইকটো কলৈ গ'ল, এই বিষয়ে অনুসন্ধান হবলৈ ধৰিলে। কাঁড়ী গোপন কৰা এটা গুৰু অপৰাধ। বিষয়াৰ প্ৰতি ৰবৰুৱাৰ বৰ ক্ৰোধ হ'ল আৰু তেওঁক দণ্ড কৰিবৰ স্থিৰ হ'ল। সেই ৰবৰুৱায়ে যে সেইজন কাঁড়ী পাইক তাক কোনেও কব নোৱাৰে। পাছে ৰবৰুৱাই যেতিয়া দণ্ড বিহিবলৈ মন কৰিলে, তেতিয়া এটা বৰাই মৰণত শৰণ দি আঠু কাঢ়ি ৰবৰুৱাত জনালে, "দেউতা ঈশ্বৰ, ছাঁ লেখিছে, গা লেখিলেই পাইক ওলাব।" এই কথা শুনা মাত্ৰেই বুদ্ধিমান ৰবৰুৱাই জানিলে যে নিজেই সেই কাঁড়ী পাইক। পাছে ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱত জনাই, কাঁড়ীৰ কাকতৰ পৰা এজাই চমুৱাত সোমাল।

কাঁড়ীৰ পৰা নাম কাঢ়ি কৰাই সত্ৰ বা দেৱালয়ৰ পাইক বা ভকত কৰে। কোনো লোকক বন্দী দিয়ে। চাইটা মানুহে এটা গোট পাইক হৈছিল আৰু এটাই এপোৰা। কাঁড়ী কি চমুৱা উভয়তে এইৰূপ গোট

গণনা। প্ৰতি কাঁড়ী পাইকে এটি নিৰ্দ্দিষ্ট সময় পৰ্য্যন্ত ৰজাৰ বা বিষয়াৰ কাৰ্য্য কৰিব লাগে। সেই কাল অতীত হ'লে আন পাইকে ভাৰ ললনি কৰে। খাটনিৰ কাল দহ দিনেই অতি ন্যূন। চমুৱা হৈ থকাবিলাক মানুহ কোনো বিশেষ খেলত সোমায়, সিও এইদৰেই কোনো এসময়ত খাটনি কৰে। সময়ে সময়ে খাটনিৰ কালৰ ন্যূনাধিক্য হয়। চমুৱা খেলৰ লোক-সকলে সেই খেলৰ লোকে যি কাৰ্য্য কৰিব লাগে, সেই কাৰ্য্য সকলো পৰা শিক্ষা কৰে। শিক্ষিত হ'লেই সেই কাৰ্য্যত প্ৰবৃত্ত হয়। যেতিয়ালৈকে শিক্ষাত থাকে, তেতিয়ালৈকে সি কাৰ্য্যত হাত নিদিয়ে। যেনে, সোণাৰীৰ খেলৰ লোকসকলে সৰুৰেপৰা সোণাৰীৰ কাৰ্য্য শিক্ষা কৰে। যেতিয়া ৰজাৰ কাম কৰিব পৰা হয়, তেতিয়াহে সেই কাৰ্য্যত সোমায়।

কাঁড়ী পাইকৰ এটা নিয়ম এই যে ১৬ বছৰ নহয় মানে সি পাইকৰ গণনাত নপৰে; ১৬ বছৰ হৈ গলেই সি পাইকৰ গণনাত পৰে। পাছে পাইকৰ গণনাত পৰে এই ভয়তে মুনিহ ল'ৰাবিলাকে অনেক বয়সলৈকে কাপোৰ নিপিন্ধিছিল। কাঁড়ী পাইকৰ ওপৰত যি বিষয়া থাকে, সেই বিষয়াই সময়ে সময়ে খাটিবৰ যোগ্য মানুহ বিচাৰি ফুৰিছিল। অনেক বিষয়াই আকৌ পাইক গোপন কৰিছিল; ধৰা পৰিলে সেই বিষয়াই উগ্ৰদণ্ড পাইছিল। কাঁড়ী আৰু চমুৱা বিনে মহন্ত, ভকত, দেউৰীয়া, পাইক আৰু গোলাম এই কেইবিধ প্ৰজাও আছিল। এক প্ৰকাৰে এই পাঁচ বিধ প্ৰজাও চমুৱা। কোনো সত্ৰ বা ধৰ্ম্মালয়ত যিসকলে ধৰ্ম্ম-চৰ্চ্চা কৰে আৰু দেশত ধৰ্ম্ম প্ৰবৰ্ত্তায়, সেই সকলেই মহন্ত। সেই সত্ৰৰ মহন্তৰ সেৱা-শুশ্ৰূষা কৰিবলৈ যি লোক নিযুক্ত হয় সেইবোৰ ভকত। কোনো দেৱতাৰ বা দেৱমন্দিৰৰ কৰ্ম্ম-কাৰ্য্য চলাওঁতা লোকক দেউৰীয়া বোলে। সত্ৰ আৰু দেৱালয় অথবা কোনো অৱস্থাৰ আন কোনো বিষয়াৰ কাজ কাম কৰা লোকবিলাকক পাইক বোলে। কোনো লোকৰ দাসত্ব কৰা লোকবিলাকেই গোলাম। গোলামৰ ওপৰত গৃহস্থৰ সম্পূৰ্ণ কৰ্ত্তৃত্ব; তাক দান, বিক্ৰয়, হস্তান্তৰ কৰিব পাৰে। পুত্ৰ-কন্যাৰ ওপৰতো পিতৃ-মাতৃৰ সেইৰূপ স্বত্ব। যিসকল লোকক ৰজাই কোনো ধৰ্ম্মালয় বা দেৱালয়ত অথবা আন কোনো লোকক সমৰ্পণ কৰে, তাৰ ৰাজদণ্ড বিনে ৰাজকীয় সকলো শুচে। অৰ্থাৎ ৰজাঘৰৰ কৰ-কাটল, পকৰ, বেঠ, বেপাৰ, জলকৰ, মৰকাৰ, চোৰ, ছিলা, ধুমতি, মাছেলা, দান, পুত, দণ্ড, বন্ধ, হাট, ঘাট, চকী, কাট এইসকলৰ দায়ৰ পৰা সেইবোৰ মানুহ মুক্ত হয়। যাক সেইবোৰ মানুহ দিয়া হয়, সেইসকলেই সেইবোৰ ধাৰ লব পাৰে। আমি যি সময়ৰ কথা লিখিছোঁ, সেই সময়ত অসম দেশৰ প্ৰজাসংখ্যা ২৪ লক্ষত অধিক নাছিল।

# সাহিত্য বিচাৰ

## সাহিত্যৰ সাধাৰণ লক্ষণ

মানুহে নিজ বুদ্ধিৰে আজিলৈকে যি যি কাম কৰিছে, তাৰ ভিতৰত সাহিত্যকে ঘাই বুলিব পাৰি। সাহিত্যৰ গুণ সংসাৰ জিনি আছে। ইয়াৰ নিচিনা মনমোহা বস্তু জগতত আৰু বিচাৰি পাবলৈ বৰ টান। সাহিত্যৰ গুণত বিষাদত বুৰ যোৱা মানুহৰো মনোবিকাৰ উপশম হয়; ৰুগীয়াৰ ৰোগ সকাহ পৰে; কাঠ-বুকুৱা মানুহৰ মনত দয়াৰস জন্মে; খং, খিয়াল ইত্যাদি মানুহৰ যিবিলাক ৰিপু আছে, সিহঁতো লাহে লাহে কমি যায়। কিন্তু এই সাহিত্য-সুখ সকলোৱে ভোগ কৰিবলৈ নাপায়। আগেয়ে কিছু জ্ঞান আর্জি নললে সাহিত্যৰ ৰস পোৱা বৰ টান। সেই দেখিহে মূর্খ আৰু অসভ্য জাতিবোৰে সাহিত্যৰ মোল নাপায়; আনকি, সাহিত্য বুলিবলৈ বস্তু এটাই সিহঁতৰ নাই। জ্ঞান সাহিত্য-সুখৰ মূল। জ্ঞানৰ ৰশ্মিয়ে মন পোহৰ নকৰিলে সাহিত্যৰ অসীম ৰূপৰ আলপো দেখিবলৈ পোৱা নাযায়। এই জ্ঞান কেৱল লিখা-পঢ়া শিকিলেই হয়, এনে বুলি ভবা অনুচিত। অনেক মানুহ আছে, তেওঁলোকে লিখা-পঢ়া জানে আৰু টান টান পুথিৰ অর্থও নিমিষতে কৈ দিব পাৰে, তেও সাহিত্যৰ ৰস বুজিবলৈ টান পায়। এই কথাটো প্ৰথমতে আচৰিত যেন লাগিব পাৰে; কিন্তু অলপ গমি চালে দেখা যায়, যে যি জ্ঞানৰ বলত সাহিত্যৰ ৰস বুজিব পাৰি সি লিখা-পঢ়া শিকিলেই হোৱা বস্তু নহয়। তাৰ নিমিত্তে বেলেগে পুৰুষার্থ কৰিব লাগে, তেহে সেই জ্ঞান লাভ কৰিব পাৰি। নীতি-বিজ্ঞান, মনোবিজ্ঞান বা গণিত ইত্যাদি শাস্ত্ৰত বৰ পাৰ্গতালি লাভ কৰিলেও সাহিত্যৰ একো নাজানিব পাৰে। কিয়নো, মনোবিজ্ঞান শিকোতে সাহিত্য শিকা নহয়।

এই জ্ঞান যে দুর্লভ এনে নহয়। আন কথা শিকিবলৈ যিমান দুখ কৰিব লাগে, সাহিত্য বোধকৰোঁ তাতকৈ অলপ প্ৰযত্নে শিকিব পৰা যায়। যেতিয়া মানুহে লিখা-পঢ়া আৰম্ভ কৰে, তেতিয়াৰ পৰা সাহিত্যৰ কাললৈকো

চকু দিব লাগে ; সদায় তাত মন দিলেহে পিচে উপকাৰ পোৱা যায়। যদি সকলে পঢ়া সাহিত্যৰ লগত একো সম্বন্ধ নাৰাখা, তেন্তে তাৰ্কিক হ'লে তাৰ ৰস কেনেকৈ বুজিবা ? একেই সাহিত্য এটা জটিল বিষয়, তাতে যদি আৰম্ভতে পঢ়া তাক হেলা কৰা যায়, তেনেহ'লে পিচে তাৰ সোৱাদ পোৱা বৰ টান। কিন্তু নিচেই সকতে সাহিত্য শিকিবলৈ যোৱাও উচিত নহয়, কিয়নো যেতিয়া বহুত কথাৰ অৰ্থকে বুজি নাপায় আৰু অৰ্থ বুজি পালেও কথাৰ ভিতৰ সোমাই তাৰ সাৰ বিচাৰি উলিয়াব নোৱাৰে। যেতিয়া বুদ্ধি পুৰঠ হয়, জটিল কথাৰ আঁত বিচাৰি উলিয়াব পাৰে আৰু নীৰস বিষয়তো লাগি থাকিবলৈ বেজাৰ নলগা হয়, তেতিয়াহে সাহিত্যৰ ফালে মন দিয়া যুগুত। সাহিত্যত এবাৰ মন বহিলে আৰু শঙ্কা নাই। তাৰ সোৱাদ এবাৰ পালে পাহৰিব নোৱাৰি। সেই দেখিহে একজন কবিয়ে ঈশ্বৰত খাটিছিল, যে তেওঁক যেন এই পৃথিৱীত আকৌ জনম দিয়ে, আকৌ যেন তেওঁ সাহিত্য সুধা পান কৰিবলৈ পায়।

সাহিত্যৰ সোৱাদ আনবিলাক মিঠা বস্তুৰ দৰে নহয়। আম আদি বস্তুৰ সোৱাদ জিভাৰে পাওঁ, আন বস্তুৰ ৰূপ চকুৰে দেখোঁ। কিন্তু সাহিত্যৰ সোৱাদ মুখৰ জিভাৰে নেপায় ; তাক মনেৰে চাকিব লাগে, তেহে তাৰ ৰূপ বা সোৱাদৰ গম পোৱা যায়। সেইদেখি জিভা নোহোৱা মানুহেও সাহিত্যৰ ৰকম বুজিব পাৰে। কণাইও তাৰ ৰূপ দেখি ভোল যায়। সাহিত্য সম্ভোগৰ নিমিত্তে বহুত ধন-বিত্তো খৰচ কৰিব নালাগে, বা দেশ এৰি বিদেশলৈকো যাব নালাগে। ঘৰতে বহি সেই পবিত্ৰ সুখ ভোগ কৰিব পাৰি। আন সুখৰ অন্তত কেতিয়াবা দুখ মিলে, কিন্তু সাহিত্যৰ পৰা যি আনন্দ পোৱা যায়, তাত বিষাদৰ অলপো মিহলি নাই। সাহিত্য কেৱল সুখৰ ভঁৰাল। নন্দন কাননত যেনেকৈ দেৱতাসকলে অমৃত পান কৰি সকলো সুখ পাইছে, সেইদৰে জ্ঞানী মানুহে সাহিত্য পঢ়ি বা সমালোচনা কৰি সংসাৰৰ চিন্তা পাহৰে আৰু পৰম সুখেৰে কাল নিয়ায়। জ্ঞানী লোকৰ পক্ষে সাহিত্য জিৰণি লোৱা ঠাই। আনবিলাক মানুহে যেতিয়া গৃহকৰ্ম কৰি ভাগৰ লাগে, তেতিয়া তেওঁলোকে গান-বাজনা বা আন কোনো ক্ষণস্থায়ী সুখৰ আশ্ৰয় লয়। কিন্তু জ্ঞানী লোকৰ ভাগৰ লাগিলে সাহিত্যৰূপ বিলাস বনত সোমাই তাৰ মাধুৰিৰ শোভা চাই জুৰ

ভাগৰ পাহৰে। এই পবিত্ৰ সুখ লভিবলৈ সকলোৱে যত্ন কৰা উচিত। কোন বাটে গ'লে এই সুখ লাভ কৰিব পাৰি তাক আমি ক্ৰমে দেখুৱাম। সম্প্ৰতি সাহিত্য কি বস্তু, কিহকনো সাহিত্য বোলে, তাৰ লক্ষণ কেনে, কোনে কি বস্তুৰে সাজিলে, কেতিয়া হ'ল, আগেয়ে কেনে আছিল, এতিয়া কেনে হৈছে, আৰু আন কিহৰ লগত সাহিত্যৰ বিশেষ সম্বন্ধ আছে, অয়-অয়তে এইকেইটা কথা ভালকৈ বিচাৰি চাব লাগিব; তেহে আমি সাহিত্যৰ ওচৰ চাপিব পাৰিম।

সংসাৰৰ সকলো প্ৰাণীতকৈ যে মানুহে ইমান বেছি উন্নতি কৰিছে, তাৰ কাৰণ এই যে সিহঁতে নিজৰ মনৰ ভাৱ আনক ভাঙি কব পাৰে। এটা মানুহে নিজ বুদ্ধিৰে যি শিকে তাক তাৰ লগৰীয়াবিলাকক বুজাই কব পাৰে। এই ক্ষমতা নথকাহেঁতেন মানুহে কেতিয়াও ইমানখিনি উন্নতি কৰিব নোৱাৰিলেহেঁতেন। যেয়ে যি শিকে, সি তাৰ লগতে লোপ হ'ল-হেঁতেন। এতিয়া সেই ক্ষমতাৰ গুণত আমি আনে শিকা বা উলিওৱা কথাৰ পৰা উপকাৰ পাওঁহক। যি উপায়ৰ দ্বাৰাই এজনৰ মনৰ ভাৱ আন এজনক প্ৰকাশকৈ কব পৰা যায় সেই উপায়ৰ নাম ভাষা। ভাষা কেনেকৈ হ'ল, তাক কোনে সাজিলে, এইবোৰ কথা আমাক এতিয়া নালাগে। সম্প্ৰতি ইয়াকে জানি থলেই হব, যে আমি ভাষাৰ গুণতহে অন্য জীৱ-জন্তুতকৈ বেছি উন্নতি লাভ কৰিব পাৰিছোঁ। এই ভাষাৰ দ্বাৰাই আমাৰ মনৰ ভাৱ ব্যক্ত কৰোঁ। এই ভাষাৰেই হে আমি পৃথিৱীত সবাতকৈ শ্ৰেষ্ঠ। কিন্তু অকল ভাষাই আমাৰ ইমান উপকাৰ সাধিব নোৱাৰিলে-হেঁতেন। যেতিয়া মানুহে লিখিব নাজানিছিল, যেতিয়া কাগোৰৰ ব্যৱহাৰ পৃথিৱীত নাছিল, সেই সময়ত ভাষাৰো বৰ আদৰ নাছিল। ভাষা যে ইমান গুণৱতী হ'ল, ই কেৱল লিখাৰ বলতহে। মানুহে বুদ্ধিৰে উলিওৱা কথা লিখি থবলৈ এইটো উপায় নথকাহেঁতেন, ভাষাৰ পৰা আমি ইমান উপকাৰ কেতিয়াও নাপাওঁ।

মানুহে যেতিয়াৰ পৰা কথা লিখিবলৈ ধৰিলে, সেইদিনৰ পৰা সাহিত্যৰ সৃষ্টি হ'ল বুলি ধৰিব পাৰি। ভাষা লিখিলেই সাহিত্য নাম পায়। ভাষা আৰু সাহিত্যৰ ভিতৰত ইমান মিল, যে সময়ে সময়ে কোনটো কি বাছি উলিয়াবলৈকে টান হৈ পৰে। কিন্তু এই কথাৰ পৰা এনে ভাবি

ভোৱা উচিত নহয়, যে ভাষা আৰু সাহিত্য একে। সিহঁত আকাৰে প্ৰকাৰে একে ৰকম হ'লেও, দুইও বেলেগ বেলেগ বস্তু। সিহঁতৰ গুণ বেলেগ, লক্ষণ বেলেগ আৰু নামো স্বকীয়। কিছুমান কথাত যদিও দুইৰো বৰ মিল দেখা যায় কিছুমান কথাত আকৌ ইমান অমিল, যে সিহঁতৰ ভিতৰত একো সম্বন্ধই নাই বুলিব পাৰি। প্ৰথমতে চোৱাঁ, ভাষা কেৱল এটা নাম মাথোন। ভাব প্ৰকাশ কৰিবলৈ মানুহে মুখেৰে নানা প্ৰকাৰ শব্দ কৰে। তাৰ একোটা শব্দৰ নাম আখৰ। আখৰৰ এটা বা কেইবাটাও গোট খাই এটা বস্তুৰ নাম হয়। এই নামবোৰ যেতিয়া মানুহে মনৰ ভাব প্ৰকাশ কৰিবলৈ উচ্চাৰণ কৰে তেতিয়া তাকে ভাষা বোলে। কিন্তু সাহিত্য কাপ-কাকতেৰে গঢ়া বস্তু। মানুহে লিখিবলৈ শিকাৰ আগেয়েও ভাষা আছিল, আৰু এতিয়াও আছে। কিন্তু সাহিত্য আগেয়ে নাছিল। ভাষাৰ আধখিনি ঈশ্বৰে আৰু আধখিনি মানুহে কৰা, কিন্তু সাহিত্য হ'লে সৰ্ব্বাংশে মানুহৰ হাতে গঢ়া বস্তু। সাহিত্য আৰু ভাষাৰ ভিতৰত যে কেৱল এইখিনিহে অমিল এনে বুলি ভবা উচিত নহয়। বাকি আৰু কিমান যে প্ৰভেদ, সিহঁতৰ ভিতৰতো প্ৰায় সিমানেই প্ৰভেদ। মিল কেৱল একে ঠাইত মাথোন দেখা যায়। আগতে কৈ অহা হৈছে যে নানাবিধ শব্দ গোট খুৱাই একেঠাই কৰি এটা ভাব প্ৰকাশ কৰাৰ নাম ভাষা। এনেকৈ ভাষা শব্দমূলক, অৰ্থাৎ শব্দ নহ'লে ভাষাৰ সৃষ্টি হব নোৱাৰে। যদি কাহানিবা মানুহে শব্দ এটাইবোৰ পাহৰি যায়, তেন্তে সেইদিনাই ভাষাকো বুৰ মাৰিব। সাহিত্যও প্ৰায় তেনেকুৱা। কিছুমান শব্দ লগ কৰি এটা কথা লিখিলেই সাহিত্য হয়। এতেকে সাহিত্যকো ভাষাৰ লিখিত শব্দৰ সমষ্টি বা পুঞ্জ বুলিব পাৰি। এই ঠাইতে ইহঁত দুয়োৰো বৰ মিল দেখা যায়। ইয়াৰ বাজে এনেকৈ যতে ধৰা তাতে সিহঁত বেলেগ। সিহঁত দুইৰো ভিতৰত কত কত মিল আৰু কত অমিল তালৈকে বুজি ললে সাহিত্য শিকাত বহুত বিঘিনি জন্মিব পাৰে। কিয়নো, আমি আগতে কৈছোঁ, যে কেতবিলাক মানুহে ভাষা শিকে হয় তেওঁ সাহিত্যৰ ৰস নাপায়। ভাষা কাণেৰে ধৰা বস্তু, চকু মুদালেই তাক দেখা যায়। যেয়ে আখৰ চিনে আৰু শব্দৰ অৰ্থ জানে সেয়ে ভাষা দেখা পায়, আৰু শিকিব পাৰে; কিন্তু সাহিত্য তেনেকুৱা নহয়। তাক ভাষাৰ মাজৰ পৰা চালি-জাৰি উলিয়াবলৈহে লোৱা

যায়। সি ভাষাৰ তলত ঢাক খাই থাকে, বিচাৰি উলিয়ালেহে ওলায়। ভাষা এটা বস্তু সাহিত্য তাৰ ৰূপ, ভাষা শৰীৰ সাহিত্য আত্মা, বা ভাষা পদাৰ্থ সাহিত্য তাৰ গুণ। নাইবা, এইদৰেও ধৰিব পৰা যায় যে ভাষা এটা ফুল সাহিত্য গোন্ধ, ভাষা মাটিকঁঠাল সাহিত্য তাৰ সোৱাদ।

এইদৰে ভাষাৰ মাজৰ পৰা সাহিত্য বিচাৰি উলিওৱাকে সাহিত্য শিক্ষা বোলে। এই শিক্ষা অৱশ্যে অতি টান কাম, অলপ শ্ৰম কৰি সাধিব নোৱাৰি। গুৰিৰ পৰা লাহেঁ লাহে অভ্যাস নকৰিলে একেদিনেই যে সাহিত্যৰ ৰস বুজা হব পাৰি এনে কথা কেতিয়াও মনত ঠাই নিদিবা। এই কাম কৰিবলৈ যে কৰবাত কিছুমান নিয়ম আছে এনে নহয়। নিয়ম থকাহেঁতেন ই ইমান টান হবই নোৱাৰে। যি যি কাম নিয়ম বন্ধা আছে, অৰ্থাৎ নিয়ম অনুসৰি চলিলেই যি কাম সিদ্ধ হয়, তাক টান কাম বুলিব নোৱাৰি। কিয়নো, নিয়ম হাজাৰ টান হ'লেও মানুহে পুৰুষাৰ্থ কৰি তাক বুজিব পাৰে আৰু সেইদৰে চলিব পাৰে। যিবোৰ কামৰ একো নিয়ম নাই সেইবোৰহে আচলতে টান। এইদেখি সাহিত্য শিক্ষা সুচলা কৰিবলৈ একো উপায় দিব নোৱাৰি। যি তাক শিকিব খোজে তেওঁ কিছুমান দিন মন দি ধৰিলেই আপোনা আপুনি বহুত উপায় ওলাই পৰিব। ইয়াত শিকোঁতাৰ সহায় কৰিবৰ নিমিত্তে আমি স্থূল স্থূল দুইচাৰিটা কথা উল্ল-কিয়াম। এই আৰ্হি অনুসৰি কাম কৰিলে যে কিছু উপকাৰ হব তাত আমাৰ এক ধনিষ্টাও সন্দেহ নাই।

পৃথিৱীত যত বস্তু আছে তাৰ সকলোৰে দুই পিঠি। কথাৰো তাৰ ঠিক এনেকুৱা। এটা লিখা প্ৰবন্ধৰ দুটা পিঠি, তাৰে এপিঠিৰ নাম কথা বা শুধ ভাষা আৰু আনটো পিঠিৰ নাম সাহিত্য। যেতিয়া আমি প্ৰবন্ধত কোৱা কথাকেটালৈ মাথোন মন কৰোঁ, অৰ্থাৎ লিখকে যি ভাৱ প্ৰকাশ কৰে তাত মাথোন মন দিওঁ, তেতিয়া আমাৰ চকু কেৱল ভাষাতহে থাকে। কিন্তু যদি তাক এৰি বা তাত বাজেও লিখকৰ লিখাৰ ধৰণলৈ চাওঁ অৰ্থাৎ লিখকে কেনেকৈ মনৰ ভাৱ প্ৰকাশ কৰিছে, তেওঁ কি কি শব্দ ব্যৱহাৰ কৰিছে, কি উপমাৰে বুজাইছে আৰু কেনে ভাৱত লিখিছে, এইবোৰ কথালৈ মন দিয়া যায়, তেন্তে সেই প্ৰবন্ধৰ তেতিয়া সাহিত্য বিচৰা হয়। মুঠতে কব লাগিলে লিখকে যি কয়, তালৈ মন কৰিলে ভাষা আৰু কেনেকৈ

কৈছে তালৈ মন কৰিলে সাহিত্য বিচাৰ কৰা হয়। যি মানুহে প্ৰকৃত কোৱা কথা অৰ্থাৎ বাৰ্তাবিটো মাথোন বিচাৰে তেওঁ সেই প্ৰকৃত সাহিত্য নেদেখে। সাহিত্য বিচৰা মানুহে প্ৰবন্ধ বা কথা উপমাৰ মিল, শব্দৰ পাতনি, ভাবৰ গাঁথনি আৰু লিখাৰ প্ৰণালীলৈ মন কৰে। এটি উদাহৰণ দিওঁ চোৱা। "ঈশ্বৰ দয়াৰ সাগৰ" এই এটা বাক্য। এতিয়াঃ আমি যদি বাক্যটো পঢ়ি ইয়াকে বুজি পাওঁ যে ঈশ্বৰ বৰ দয়ালু, তেনেহ'লে আমি তাৰ ভাবাতহে মন দিলোঁ। কিন্তু যদি এইদৰে ভবা যায়, যে এই ঠাইত ঈশ্বৰ নিদি পৰমেশ্বৰ লিখাহেঁতেন শুনিবলৈ ভাল হ'লহেঁতেন, বা ঈশ্বৰ শব্দটোৰে এই ঠাইত সুন্দৰৰূপে খাই পৰিছে, আন শব্দ দিলে বেয়া হয়, তেনেহ'লে আমি দেখিলোঁ বাক্যটোৰ ভাষা বিচৰা যায়, আমাৰ মন তাৰ সাহিত্যতহে আছে। আৰু এইদৰেও ভাল চাব পাৰি, যে ঈশ্বৰক দয়াৰ সাগৰ বুলি দয়াতৰঙ্গিনী বা দয়াকূপ বোলা ভাল আছিল, বা দয়া-কূপ বুলিলে নিমিলে, কিয়নো ঈশ্বৰ সৰ্বব্যাপী, তেওঁক দয়ানদী বোলা যাওক, বা এই শব্দটো শুনিবলৈ কৰ্কশ, তেওঁক দয়াতৰঙ্গিনী বোলা ভাল; এনেকুৱাবোৰ কথালৈ মন কৰিলে সাহিত্য বিচাৰ কৰা হয়।

এতিয়া স্পষ্টৰূপে বুজিব পাৰি, যে সাহিত্য কেৱল ভাষাৰ অলঙ্কাৰ মাথোন। এই অলঙ্কাৰবোৰ গুচাই যদি ভাষাক একেবাৰে নাঙঠ কৰা যায়, তেন্তে তাৰ এইৰূপ নেথাকে। কিন্তু ভাষাক একেবাৰে নিৰলঙ্কাৰ কৰা অতি দুষ্কৰ। তাক বেয়া সাজ পিন্ধাই বেখাপকৈ কুৎসিৎ কৰিব পাৰি, কিন্তু সম্পূৰ্ণ নাঙঠ কৰিবলৈ টান। কিয়নো শব্দই ভাষাৰ অলঙ্কাৰ আৰু আগত কোৱা হৈছে, যে শব্দই তাৰ মূল। যদি শব্দ এটাইকিলাক কাঢ়ি নিয়া যায়, তেন্তে ভাষাই নাথাকে। ভাষাক শুৱনী কৰিবলৈ মানুহে নানাবিধ অলঙ্কাৰ পিন্ধায়। কেৱল ভাষাই মানুহৰ মন টানিব নোৱাৰে। বেয়াকৈ লিখা পুথি পঢ়িবলৈ কাৰো মন নাযায়। তেনেকুৱা পুথি এবাৰ পাত চালেই দুনাই মেলিবলৈ বেয়া লাগে। কিন্তু ভাল বছা শব্দ, সুন্দৰ উপমা, বা নতুন মনোহৰ ভাবেৰে সজাই পুথি লিখিলে তাক সকলোৱে আদৰ কৰে। তাক এবাৰ পঢ়িলে আকৌ পঢ়িবলৈ মন যায়। কালিদাসে শকুন্তলা লিখিবৰ আজি কত যুগ হ'ল, তেও সেই শকুন্তলা পঢ়ি মানুহে আজিলৈকে ৰস পায়, আজিও সকলোৱে তাক আদৰ কৰি ৰাখে, হেপাহ কৰি পঢ়ে।

ইয়াৰ কাৰণ এই যে শকুন্তলা বত্রিশ অলঙ্কাৰে বিভূষিতা। তাক পঢ়িলেই মানুহৰ মন মোহ যায়। যি সাহিত্যৰ ৰস বুজা মানুহে এবাৰ শকুন্তলা পঢ়ি চাইছে, সি কেতিয়াও তাক পাহৰিব নোৱাৰে।

যদিও অলঙ্কাৰে সাহিত্যৰ ইমান উপকাৰ কৰে, তাৰ পৰা যে কিছু কিছু অপকাৰ হোৱা নাই এনে নহয়। অলঙ্কাৰ লগাওঁতে দুই চাইটা নলগা শব্দ বা উপকৰণ ভাৱ ব্যৱহাৰ কৰিব লগাত পৰে। যি কথা আচলতে নাই তাকো কেতিয়াবা আছে বুলি কব লাগে। পাচে, যি মানুহে পঢ়ে তেওঁ অলঙ্কাৰৰ কথাখিনিকো সঁচা বুলি ধৰি লয়। সাহিত্যৰ ভিতৰত যদি কিবা দুণ আছে, সি শব্দৰ আৰু ভাৱৰ বহুলতাইহে। বহুলতাই অনেক মানুহৰ ভ্রম জন্মায়। এই নিমিত্তেহে বোধকৰোঁ মূলতে মিছা কথাতো মানুহৰ অটল বিশ্বাস দেখা যায়। মানুহে এই কথাটো ভাবি নাচায় যে কোনো এটা বস্তুৰ বৰ্ণনা কৰিব লাগিলে, আৰু সেই বৰ্ণনা যদি ধুনীয়া কৰিব খোজা যায়, তেনেহ'লে মাজে মাজে দুই এটা বিশেষণ ব্যৱহাৰ কৰিব লগা হয়। সেই বিশেষণবোৰৰ ভাব নানা প্রকাৰ হব পাৰে। বিবেচনা কৰা, তুমি এজোপা গছ বৰ্ণাবা। সেই গছৰ ডালবোৰ বৰ দীঘল। পিচে বৰ্ণনাত তুমি লিখিব লাগিব যে তাৰ ডালবোৰ সুদীর্ঘ বা অতিশয় দীঘল আছিল। বৰ দীঘল বুজাবলৈ যি যি দুটা বিশেষণ ইয়াত ব্যৱহাৰ কৰা হ'ল, তাক দেখোঁতে সিমান জটিল বা দ্ব্যর্থযুক্ত যেন নেদেখা হয়, কিন্তু অৰ্থ ভাঙিবৰ সময়ত তাৰ কেইবাটাও অৰ্থ ওলায়। সুদীর্ঘ বুলিলে কেৱল নিয়মিতৰূপ দীঘলহে বুজায় এনে নহয়, অস্বাভাৱিক দীঘল বুজাব পাৰে। সচৰাচৰ গছৰ ডাল যিমান দীঘল হয়, সিমান দীঘল হ'লেও সুদীর্ঘ বুলিব পাৰি, আৰু অদ্ভুত দীঘল হ'লেও সুদীর্ঘ বুলিব পাৰি। এই দুটা অৰ্থৰ কোনটো সঁচা বুলি লব লাগিব তাক ঠাৱৰকৈ কোৱা টান। কিন্তু সেইবুলি মানুহে বৰ্ণনাৰ আচল ভাবটো ধৰিব নোৱাৰে নে? অৱশ্যে পাৰে। সুদীর্ঘ বা অতিশয় দীঘল বুলিলে এনে বুজা যুগুত যে সচৰাচৰ গছৰ ডাল যিমান দীঘল হয়, এই জোপা গছৰ ডালো সিমানেই দীঘল আছিল। কোনো এটা কথা লিখিব লাগিব কিছু বঢ়াই নিলিখিলে নহয়; নাইবা বৰ্ণনাৰ ৰস নাইকিয়া হৈ পৰে। সেই গছ জোপাৰ ডালকেইটা বৰ্ণাওঁতে যদি সুদীর্ঘ দুবুলি এল বা কেৱল হাত বুলি আচল যোখটো

দিয়া যায়, তেনেহ'লে প্ৰবন্ধৰ ভাষা সুললিত নহ'ব পাৰে, বা আন কোনো প্ৰকাৰে বেয়া হ'ব পাৰে। এই কথাটো মানুহে গমি নাচায়, বৰ্ণনাত যি পায় তাকে বিশ্বাস কৰে। ৰামায়ণত কয় যে হনুমন্তই হেনো নোমে নোমে একোটা পৰ্ব্বত বান্ধি লৈ জপিয়াইছিল। এই কথাটো কেৱল ভাবৰ কল্পনা মাথোন। ইয়াৰ দ্বাৰাই কবিয়ে দেখুৱাইছে যে হনুমন্ত বৰ বলৱান আছিল, তেওঁ বৃহৎ বৃহৎ পৰ্ব্বতবোৰক তৃণ যেন দেখিছিল। আচলতে যে হনুমন্তই দহ হেজাৰ পৰ্ব্বত গাত বান্ধি লৈ জাঁপ মাৰিছিল এনে কথা নহয়। ৰামায়ণ আৰু মহাভাৰতত এনেকুৱা শব্দ আৰু ভাবৰ আধিক্য অনেক পোৱা যায়। আন আন পুথিতো আছে হয়, কিন্তু পৰিমাণে ইমান নহয়। এই দুই পুথিত কথাবোৰ ইমান বঢ়াই লিখিছে যে তাৰ পৰা আচল সাৰ কথাখিনি বাচি উলিওৱা বৰ টান হৈ পৰিছে। পৃথিৱীত আন যিবিলাক জাতি আছে তেওঁলোকৰ সাহিত্যতো এই দোষ বা দোষযুক্ত অলঙ্কাৰ আছে; কিন্তু হিন্দু, গ্ৰীক আৰু মুছলমানৰ সাহিত্যত বৰ বেছি পৰিমাণে দেখা যায়। আন জাতিৰ লিখকে যদি এশ চাৰি কৰে, হিন্দু আৰু মুছলমানে তাক চাৰি হাজাৰ নকৰে মানে নেৰে। এই দোষ অৱশ্যে একেবাৰে গুচাব নোৱাৰি কিয়নো ই সাহিত্যৰ এবিধ অলঙ্কাৰ। কিন্তু বহুতেই এনেকুৱা অলঙ্কাৰ লগালে ভাষা শুৱনী নহৈ কদাকাৰহে হয়।

ভাষাক অলঙ্কাৰ পিন্ধাব খোজোঁতে কেতিয়াবা মিছা কথাও কব লগা হয়, অৰ্থাৎ যি বস্তুটো বা গুণটো নাই তাকো আছে বুলি কব লগাত পৰে। এই দোষটো প্ৰায় আখৰ মিলাওঁতে বা শুনিবলৈ সুললিত কৰোঁতেহে হয়। এটা আখৰৰ মিচিনা আন এটা শব্দ লগাওঁতে লিখকে দুই চাইটা মিছা কথা লিখে। বিবেচনা কৰা, এটা মানুহক তুমি উজ্জ্বল বুলি বৰ্ণাইছা, কিন্তু উজ্জ্বল শব্দটোৰ দৰে আৰু দুই চাইটা শব্দ আছে; যেনে— উগ্ৰ, উচ্চ, বা উত্তপ্ত। পিছে লিখকে যেতিয়া উজ্জ্বল শব্দটো লিখে তেতিয়া ভাষা সুশ্ৰাব্য কৰিবৰ মনেৰে উগ্ৰ বা উত্তপ্ত কথাও লিখি পেলায়। লিখকে জানিব পাৰিছে যে উজ্জ্বল মানুহজন উগ্ৰ বা উত্তপ্ত নাছিল, তেওঁ দুয়োটা শব্দ একে লগে লিখিলে শুনিবলৈ ভাল হয় দেখি তেওঁ অৰ্থলৈ বৰ কাণ নকৰে। এনেকুৱা কথা সকলো প্ৰবন্ধতে পোৱা যায়। ইও সাহিত্যৰ এবিধ অলঙ্কাৰ, এতেকে এই দোষ গুচাবৰ একো উপায় নাই।

তালকৈ গমি চালে দেখা যায়, যে কথা লিখি উলিয়ালে তাৰ গঢ় আগৰদৰে নাথাকে। মানুহৰ মুখৰ পৰা গৈ কাপৰ মুখত পৰিলেই মূৰ্ত্তি বেলেগ হয়। কদাকাৰ বস্তু শুৱনী হৈ পৰে, মিছাকো সঁচা যেন লাগে। ইয়াৰ কাৰণ এক প্ৰকাৰে আগেয়েই কোৱা হৈছে। বাঢ়ৈ আৰু খনিকৰে যেনেকৈ সাধাৰণ কাঠ বা মাটি এডোখৰকে চাঁচি কাটি তাৰ ওপৰত ধুনীয়া ৰহণ লগাই চিকচিকীয়া কৰি পেলায়, সেইদৰে লিখকেও এটা অতি সামান্য বস্তুকে সুন্দৰ সুন্দৰ শব্দ আৰু উপমা যোজনা দি সজাই এনে শুৱনী কৰিব পাৰে যে, তাক আগৰ সেই সামান্য বস্তুটো বুলি চিনিবই নোৱাৰি। এই দেখিহে কিতাপত পঢ়া ঠাইবোৰ বা মানুহবিলাকক চাবৰ মন যায়। যি এবাৰ কাদম্বৰী বা শকুন্তলা পঢ়িছে, তাৰ মনত সদায় এনে ইচ্ছা যে পুনৰায় সেই দিন উলটি আহক, পুনৰপি যেন অৰণ্যৰ মাজত সেইদৰে মুনিৰ আশ্ৰম দেখিবলৈ পাব। মহাভাৰতত নৈমিষাৰণ্যৰ কথা পঢ়ি এনে বোধ হয় যে সেই হাবি স্বৰ্গৰ নিচিনা সুখময় মহা পবিত্ৰ ঠাই। কিন্তু যদি সেই ঠাইবোৰ চাবলৈ যোৱা যায়, তেন্তে দেখিবা যে কিতাপত পঢ়ি যেনে লাগিছিল আচলতে তেনেকুৱা নহয়। আমি থকা ঠাইবোৰ যেনেকুৱা সিও প্ৰায় তেনেকুৱা, অলপহে যদি প্ৰভেদ ওলায়। এই এটাইবোৰ কবিৰ কাপৰ গুণ।

সাহিত্যৰ সাধাৰণ লক্ষণ কেনেকুৱা তাক কৈ এতালোঁ। বোধ কৰোঁ এতিয়া ওপৰৰ আলোচনা পঢ়িলে সাহিত্য কাক বোলে অনায়াসে কব পৰা যায়। কিন্তু এতিয়াও এটা কথা বাকী। সাহিত্য হবৰ দিন ধৰি আজিলৈকে একেদৰে আছেনে বেলেগ হৈছে তাৰ কথা মুঠে কোৱা নাই। আজিকালি যদি সাহিত্য কিছু বেলেগ হৈছে, তেনেহ'লে আদিতে কেনেকুৱা আছিল আৰু এতিয়ানো তাৰ ৰূপ কেনে হৈছে, এইকেইটা কথাৰ মীমাংসা হ'লেই সাহিত্যৰ সাধাৰণ অৱস্থা ওৰ পৰে।

সকলো বস্তুৰে যে পৰিবৰ্ত্তন আছে এই কথা সকলোৱে জানে। পৃথিৱীৰ ভিতৰত এনে একো বস্তু নাই যি আদিৰে পৰা আজিলৈকে একেদৰে আছে। সাহিত্যৰো সেইদৰে সময়ৰ লগে লগে গঢ় লৰিবই লাগিছে। আদিতে যেনেকুৱা আছিল এতিয়া তেনে নহয়; ইয়াৰ প্ৰকাৰ আজিকালি বেলেগ হৈছে। আগৰ লিখকবিলাকে নামৰ আগত বিশেষণ দোটাচেৰেক [illegible] দিব পাৰিলেই পণ্ডিতালি কৰা হয় যেন

জ্ঞান কৰিছিল। পুৰণি কলিবোৰত আৰু পিছত লেখা কথা পঢ়িলে শাৰী শাৰী কেৱল বিশেষণকে পোৱা যায়। তাৰ পৰা আচল সাৰখিনি বিচাৰি লোৱাই টান। কৰ্ত্তা কৰ্ম ক্ৰিয়াত পৰি থাকে, পঢ়োঁতাই পুৰুষাৰ্থ কৰিহে সিহঁতক বিচাৰি পায়। একোটা প্ৰকৃত কথা এধানমান, কিন্তু তাক বিশেষণ লগাই বৃহৎ কৰে। এই দোষ আধুনিক লিখকৰ নাই। আজি-কালি এজাইত দুটা বা তিনিটাতকৈ বেছি বিশেষণ ব্যৱহাৰ নকৰে। এতিয়াৰ সাহিত্যত কিন্তু উপমাৰ হ্ৰাস দেখা যায়। আগৰ লিখকবিলাকে যেনে সুন্দৰ সুন্দৰ উপমা দি কথা বুজাব পাৰিছিল, এতিয়া তেনেকুৱা উপমা অতি কম। আগেয়ে কবিসকলে আচল কথা ভাঙি নকৈছিল, কেৱল উপমাৰেই ভাব প্ৰকাশ কৰিছিল। এতিয়াৰ মানুহে উপমা এৰি কথাত ধৰিছে, কথাৰেই সকলো বিষয় বুজাই দিয়ে। আমাৰ বিবেচনা মতে আগৰ লিখকবিলাকৰ আৰু এটা দোষ আছিল। তেওঁলোকে চলিত ভাষাৰে কথা লিখিবলৈ ঘিণাইছিল। মানুহে সদায় যিবোৰ শব্দেৰে কথা বাৰ্ত্তা কয়, সেইবোৰ শব্দ লিখিবলৈকে ব্যৱহাৰ কৰিবলৈ কিছু বেয়া পাইছিল যেন বোধ হয়। ইয়াৰ ফল হৈছিল এই, যে সাধাৰণ মানুহে অৰ্থাৎ অলপ লিখা পঢ়া জনা মানুহে পণ্ডিতে লিখা কথা বুজিব নোৱাৰিছিল। এই দোষে আজিকালি কেৱল সংস্কৃত জনা পণ্ডিতবিলাকক চুইছে। তেওঁলোকে চুটি সৰু শব্দেৰে কথা লিখিবলৈ বেয়া পায়। লাহে লাহে এইবোৰ দোষ উঠি যাবলৈ ধৰিছে, আৰু কিছুমান দিনৰ মূৰত বোধকৰোঁ দূৰৈ নাই-কিয়া হব। এতিয়াৰ লিখকৰ বাক্যবোৰ চুটি, আগৰ মিচিনা আজিকালি কথা জোৰাই বাক্য দীঘল নকৰে। ইয়াতে আৰু এটা কথা কোৱা উচিত, যে দেশভেদে আৰু জাতিভেদে সাহিত্যৰো লক্ষণৰ অলপ পাৰ্থক্য দেখিবলৈ পোৱা যায়। এই বিষয় আমি এতিয়া আলোচনা নকৰোঁ। সম্প্ৰতি সাহিত্য ভাগ কৰি, তাৰ একো ভাগৰ নো লক্ষণ কেনেকুৱা, একোভাগৰ লগত আন ভাগৰ কি সম্বন্ধ আৰু সাহিত্যৰ নো মূলতে কেইভাগ, এই কেইটা কথাৰ বিচাৰ কৰিব লাগিব। ইয়াৰ পাছতে দেশভেদে সাহিত্যৰ লক্ষণ কেনে হয় তাকো দেখুৱা যাব।

# মূলকথা

মনৰ ভাৱ যিমান অলপ কথাৰে প্ৰকাশ কৰিব পৰা যায় সিমান ভাল; এই কথা অনেক পণ্ডিতে কৈ গৈছে। যি কথাটো চাৰিটা শব্দেৰে কব পাৰি তাক দহোটা শব্দেৰে লিখিলে বৰ বেয়া হয়। বাছি বাছি শব্দ বা এটা কথাকে পাঁচোটাকৈ লিখিব পাৰিলেই যে পণ্ডিতালি কৰা হ'ল, এনে নহয়। আৰু এটা কথাকে কেইবা ঠাইতো কেইবা ৰকমে কলেও প্ৰবন্ধ বেয়া হয়। যত যি কথাটো লাগে তাতে সেই কথা সংক্ষেপে কৈ থব পাৰিলে ভাল। কিন্তু কোনো কোনো বিষয় আছে, তাক বহুত কথাৰে নানা ৰকমে ঘূৰাই লিখিলে দোষ নাই। যি বিষয় সকলোৱে জানে, সকলোৱে দেখিছে বা শুনিছে, তেনেকুৱা বিষয় লিখিলে শব্দাধিক্য একো দোষ নহয়। লিখাৰ উদ্দেশ্য মানুহৰ দুটা। কোনোৱে কিবা এটা আনে নজনা শুনা নতুন কথা পাই তাকে লিখে। কোনোৱে বা পুৰণি কথাকে ন সাজ পিন্ধাই মনোৰম কৰে। শেহৰ বিধ লিখকে তেওঁৰ মনৰ জোখাই শব্দ, ভাৱ আৰু উপমা লগাব পাৰে; কিয়নো তেওঁ লিখা পুথি মানুহে ন কথা জানিবলৈ নপঢ়ে, কেৱল তেওঁনো তাক কেনেকৈ লিখিছে, কি ন অলঙ্কাৰ লগাইছে, বা কি নতুন উপমা দিছে, তাকে চাবলৈহে পঢ়ে। অৰ্থাৎ তেওঁৰ কিতাপত মানুহে কেৱল সাহিত্য বিচাৰে। লিখাৰ দ্বিতীয় উদ্দেশ্য হৈছে, আগেয়ে নজনা কথা প্ৰকাশ কৰা বা জনা কথাকে মনত ৰাখিবলৈ লিখা। এইবিধ লিখকে উপমা যোজনা এৰি দি কেৱল সাৰ কথাত ধৰে; অৰ্থাৎ তেওঁ বেছি শব্দ বা ভাৱ লগাই ভাষা ধুনীয়া কৰিবলৈ পুৰুষাৰ্থ নকৰে। চুটি চুটি কথাতে কেৱল মনৰ ভাৱ ব্যক্ত কৰি থয়। এইবিধ কথাকে আমি মূল কথা বুলিছোঁ। মূল কথা লিখোঁতে সদায় মূলতে থাকিব লাগে, তাক এৰি ধুনীয়া শব্দ বা ভাৱ বিচাৰিবলৈ যোৱাটো ভাল নহয়। ইয়াক লিখোঁতে পোন পোন ভাৱ উজু উজু শব্দ আৰু চুটি বাক্য ব্যৱহাৰ কৰা উচিত। ইতিহাস এবিধ মূল কথা। তাক লিখোঁতে যদি বৰকৈ অলঙ্কাৰ লগোৱা যায়, তেন্তে পঢ়োঁতাই অলঙ্কাৰকে চাব নে কথাকে মন কৰিব? এনে ঠাইত মানুহে আচল কথাকেইটাকে বিচাৰে, তোমাৰ ভাষাৰ ধুনলৈ মন নিদিয়ে। আৰু ইতিহাস লিখোঁতে এনে শব্দ ব্যৱহাৰ কৰা উচিত যে ভাৱ পৰা যেন এটাতকৈ বেছি অৰ্থ উলিয়াব নোৱাৰি, কাৰণ তেনেহলে মূল কথাৰে ব্যতিক্ৰম হয়। শিক্ষা সম্পৰ্কে মানুহৰ

দুই এটা স্বাভাৱিক দোষ আছে, তাক গুচাবলৈ অতি টান। কোনো এটা কথা বৰ্ণাব লাগিলে নিজৰ মন-গঢ়া দুই এটা কথা তাত সুমুৱাই দিবলৈ মন যায়। কিন্তু ইতিহাস লিখোঁতে বা কোনো সত্য কথাৰ বৰ্ণনা কৰোঁতে এই দোষটোৰ হাত এৰাব পাৰিলে বৰ ভাল। আচল কথাৰ লগত উলিকৰা কথা সুমুৱাই দিলে কেৱল মানুহক ছল কৰা হয়। পঢ়োঁতাই সেই মিছা কথাকো সঁচা বুলি ধৰে। ইয়াৰ আৰম্ভতে কোৱা হৈছে যে কথা বঢ়াই কোৱা সাহিত্যৰ এটা প্ৰধান লক্ষণ। ইয়াৰ পৰা সৰহঁশো ঠাইত কৈ আৰু সমাজলৈ বৰ উপকাৰ হয়। কিন্তু ঠাই বিশেষে তাৰ পৰা ইমান অন্যায় হয়, যে কৈ অন্ত কৰিব নোৱাৰি। ইতিহাস লিখোঁতে যাতে এই দোষ নসোমায় তাৰে যতন কৰিব লাগে। কিয়নো মানুহে কোনো মহৎ কামত হাত দিব লাগিলে আগেয়ে ইতিহাস পঢ়ি আগৰ মানুহে তেনেকুৱা কাম কেনেকৈ কৰিছিল জানি লয়। ইতিহাসৰ পৰা মানুহে জ্ঞান শিকে, তাত যদি মিছা কথা থাকে তেন্তে কিমান অপকাৰ হব পাৰে চোৱাচোন! এই কথাটো আমাৰ আগৰ লিখকবিলাকে নাজানিছিল। তেওঁলোকে যি লিখে তাতে কথা বঢ়াই লিখিছিল। ধৰ্ম সম্বন্ধে পুথি লিখোঁতেও সাৱধান হৈ লিখা উচিত। তাৰ এটা কথাৰ দুটা অৰ্থ ওলালে বৰ বেয়া। আমাৰ দেশত যে আগেয়ে সতীদাহ প্ৰথা আছিল সিও শাস্ত্ৰ লিখাৰ দোষৰহে ফল। যি শ্লোকত সতীদাহ কৰিবলৈ কৈছে, তাৰ অৰ্থ আচলতে সেইটো নহয়। ইয়াৰ প্ৰমাণ আকবৰ ৰজাৰ দিনত ওলাইছিল। তেতিয়াৰ ব্ৰাহ্মণবিলাকে দেশৰ নিয়ম ৰক্ষা কৰিবৰ মনেৰে শ্লোকটো ৰজাক আন প্ৰকাৰে বুজাই দিলে। এনেকুৱা কথা যে আমাৰ শাস্ত্ৰত কিমান আছে তাক কব নোৱাৰি। এই দেখিছে আজিও কিছুমান পণ্ডিতে বিধবা বিবাহত মত দিছে আৰু কিছুমানে নিদিয়ে। এই দোষ যে কেৱল আমাৰ ধৰ্মশাস্ত্ৰতহে পোৱা যায় এনে নহয়; আন জাতিৰ শাস্ত্ৰতো বহুত পৰিমাণে পোৱা যায়। বাইবেলত কয়, বোলে যি বস্তু আমাৰ ভিতৰলৈ যায় সি মানুহক অশুচি নকৰে, যি ওলাই আহে সি অশুচি কৰে। এই কথাটোৰ অৰ্থ কি বোধকৰোঁ সকলোৱে বুজে। তেও ৰুছিয়া দেশত ইয়াৰ অৰ্থ বেলেগ হৈছিল। তাৰ শাস্ত্ৰবিলাকে মানুহক ধঁপাত খাবলৈ নিষিধিছিল, কিয়নো ধোঁৱা মুখৰ পৰা ওলাই আহে, এতেকে সি মানুহক অশুচি কৰিব পাৰে।

আৰু এবিধ মূল কথা আছে তাক বিজ্ঞান বোলে। বিজ্ঞান লিখোঁতে বৰ সাৱধান হোৱা উচিত, কিয়নো তাৰ কথা অলপ লৰিলেই বহুত অপকাৰ হয়। ইয়াত অলঙ্কাৰ বা উপমা লগাব নোৱাৰি; কথা বঢ়াবলৈ শব্দও বেছিকৈ লিখিব নোৱাৰি। ওপৰন্তু কৈ অহা হৈছে, যে ইতিহাস লিখোঁতে দুটা বা তিনিটা অৰ্থ হব পাৰে এনে কথা তাত লিখা উচিত নহয়; বিজ্ঞান লিখাতো এই নিয়মমতে 'চলিব লাগে; নাইবা কেতিয়াবা বিষম বিপদ উপস্থিত হব পাৰে।

# পদ্য

১

সাহিত্যৰ প্ৰথম ভাগৰ কথা শেষ হ'ল। এতিয়া তাৰ দ্বিতীয় ভাগ অৰ্থাৎ পদ্যৰ বিষয় আলোচনা কৰা হব। গদ্য প্ৰণালী এক প্ৰকাৰে ধৰিলে উচ্চ বুলিব পাৰি আৰু তাক লিখিবৰ নিয়মো বহা আছে। কিন্তু পদ্যৰ একো নিয়ম নাই বুলিলেও বুলিব পৰা যায়। এই প্ৰণালী অতি প্ৰাচীন। কথা লিখিবৰ দিন ধৰি কেৱল পদ্যৰেহে লিখিছে, গদ্য আগেয়ে বৰ চলিত নাছিল, ই ওলোৱাৰ অতি অলপ দিন হৈছে। এই কথা যে কেৱল আমাৰ দেশতহে দেখা যায় এনে নহয়, পৃথিৱীৰ সকলো ঠাইতে পদ্যৰ বৰ আদৰ আছিল। যি দেশৰে পুৰণি পুথি মেলি চোৱা, তাতে পদ্য দেখিবা। আমাৰ দেশতো ব্যাকৰণ অভিধানো পদ্য প্ৰণালীত লিখা। এতিয়া সুধিব পাৰা, যে আগৰ দিনতনো মানুহে পদ্য ইমান কিয় ভাল পাইছিল? এই কথাৰ উত্তৰ অলপ গমি চালেই পোৱা যায়। মানুহৰ স্বভাৱ এনেকুৱা যে যি বস্তু আমি সদায় দেখোঁ। সি বৰ সুন্দৰ হ'লেও আমাৰ চকুত ভাল নলগা হয়। যি গীতটো সদায় শুনা যায় সি অতি মধুৰ হ'লেও আমাৰ কাণত সোৱাদ নালাগে। ন গীত বেয়া হ'লেও সুললিত শুনি। গদ্য আদি সদায় দেখা বস্তু, তাৰে সদায় কথাবাৰ্ত্তা কোৱা হয়, সেই দেখি লিখিবৰ সময়ত তাক ভাল নালাগিছিল। আৰু পদ্যৰ নিজৰে কিছুমান গুণ আছে। এই প্ৰণালীত লিখা কথাৰ ফাঁকিয়ে ফাঁকিয়ে মিল থাকে, তাক গীত গোৱাৰ নিচিনাকৈ গাব পাৰি। পদ্যত তাল, ভাব বা উত্তম অলঙ্কাৰ নাথাকিলেও সি এনেয়ে মিঠা। সাহিত্যৰ ৰস নুবুজা মানুহেও পদ্যৰ অলপ ৰস পাব পাৰে। আমাৰ দেশত ঢুলীয়া, খুলীয়া, বায়না আদি কৰি নিৰোৰ মানুহে গীত গায়, সিহঁতে জানো কিবা সাহিত্যৰসৰ ভু পায়? তেও যে হেঁপাহ কৰি গায় তাৰ কাৰণ কেৱল এই—পদ্যত কথাই কথাই মিল থাকে, এতেকে শুনিবলৈকো মিঠা লাগে। কিন্তু গদ্য তেনেকুৱা নহয়। ভালকৈ লিখিব নোৱাৰিলে তাৰ সোৱাদ কোনোমতে উলিয়াব নোৱাৰি। সাধাৰণ মানুহৰ পক্ষেতো গদ্য কেতিয়াও সোৱাদ হবই নোৱাৰে। কিয়নো গদ্য যদি নিৰলঙ্কাৰ বা ভাবশূন্য হয়, তেনেহ'লে তাৰ ৰস আকৰ্ষণ কৰিবৰ শক্তিয়েই নাথাকে। আৰু যদি অলঙ্কাৰ বা সুন্দৰ

সুন্দৰ উপমা দি গদ্য লিখা যায়, তেন্তে সাধাৰণ মানুহে তাৰ ভাবকে বুজিব নোৱাৰে। এই দেখি গদ্য কেৱল শিক্ষিত মানুহৰ বস্তু। যদি কোনো কথা চহা মানুহৰ নিমিত্তে লিখিব খোজা, তেন্তে তাক পদ্যত লিখাহে উচিত। ইতিহাস পঢ়িলে জানিবা যে আগৰ দিনত অতি কম মানুহেহে লিখা পঢ়া শিকিছিল, সৰহভাগেই লিখিব নোৱাৰা চহা। আৰু লিখা পঢ়া জনাৰ ভিতৰতো ৰস বুজাৰ সংখ্যা নিচেই তাকৰ। এই কাৰণে আদিতে পদ্যৰ ইমান গৌৰৱ আছিল। মাজতোথৰত অৱশ্যে কিছু-মান মহৎ মহৎ লিখক ওলাইছিল, কিন্তু সিবিলাকে আদিৰ পৰা চলি অহা শ্ৰুতিমধুৰ পদ্য এৰি গদ্যত কথা লিখিবলৈ ভাল নাপাইছিল। আৰু গদ্য যে ইমান ৰসাল হয় এই কথাও তেওঁলোকে নাজানিব পাৰে। আগৰ কালত পদ্যৰ আদৰ বেছি হবৰ কাৰণ আৰু এটা আছে। সেই কালত বিজ্ঞান ইত্যাদি মূল কথাৰ চৰ্চা নাছিল। যি কথা লিখিবলৈ গদ্যৰ প্ৰয়োজন তাত মানুহে মন নিদিছিল। কেৱল প্ৰকৃতিৰ ৰূপ বা মানুহৰ দুৰৱস্থা দেখি কোনো কোনো কোমলচিত্তীয়া মানুহে তাকে কৈ আনন্দ লভিবলৈ বা মনৰ আক্ষেপ খেদিবলৈ দুই চাৰি কথা লিখিছিল। এনেবোৰ কথা অৱশ্যে পদ্যত লিখিলে ধুনীয়া আৰু মনোৰম হয়, সেই দেখি পদ্যত লিখাও হৈছিল। পাছে বহুত দিনৰ মূৰত আহি বিজ্ঞান ওলাল, ইতিহাস লিখিবৰ সকাম হ'ল, কোনো বিষয় লৈ লিখালিখি কৰি তৰ্ক কৰিব লগাত পৰিল, সেই দেখি মানুহে পদ্য এৰি গদ্যত ধৰিলে। আদিতে অৱশ্যে গদ্য ইমান মধুৰ নাছিল। গদ্যত লিখা পুৰণি কিতাপ পঢ়ি চালে ল'ৰাই লিখা যেন বোধ হয়। কিন্তু সময়ক্ৰমে মানুহে গদ্যৰ ৰস বুজিব পৰা হ'ল আৰু তাক কেনেকৈ সুল-লিত বা মনোৰম কৰিব পাৰি, তাৰো উপায় শিকিলে। আজিকালি গদ্যৰহে বেছি আদৰ, পদ্যৰ দিন এক প্ৰকাৰে গ'ল বুলিবই পাৰি। এতিয়া যেয়ে যি লিখে তাক পৰাপক্ষত পদ্যত নিলিখে। আমাৰ দেশত গদ্য ওলাবৰ নিচেই অলপ দিনহে হৈছে। আগৰ দিনৰ খানচেৰেক গদ্যত লিখা পুথী আছে হয়, কিন্তু যথাৰ্থমতে ৺আনন্দৰাম ঢেকীয়াল ফুকনৰ দিনৰ পৰাহে অসমত গদ্যৰ সৃষ্টি হৈছে। প্ৰথমে তেওঁহে আমাৰ ভাষাত গদ্য লিখি যায়। বঙলা ভাষাত প্ৰথমে ৺ৰামমোহন ৰায়ে গদ্য লিখে।

ওপৰত লিখা কথাকেইটা আগেয়ে কোৱা উচিত আছিল। কিন্তু তেতিয়া

এই বিষয় ধৰিলে আমাৰ উদ্দেশ্য সিদ্ধি নহয় দেখি ইয়াত কোৱা হ'ল। সম্প্ৰতি আমাৰ আলোচনাৰ বিষয় পদ্য। ইয়াৰ কথা আগেয়ে যি যি কোৱা হৈছে তাৰ পৰা এনে বুজিব নালাগে যে আজিকালি পদ্যৰ গৌৰৱ একেবাৰে নাই। এতিয়াও দেশে দেশে কবি আছে, দেশে দেশে পদ্য ওলাবই লাগিছে। কিন্তু আগৰদৰে জানিবা পদ্যই একমাত্ৰ লিখাৰ প্ৰণালী নহয়। আজি কালি যি পদ্য লিখে সি আগৰ নিচিনা নহয়, আগতকৈ তাৰ লক্ষণ বহুত লৰিছে। কোন কোন অংশত লক্ষণৰ পৰিবৰ্ত্তন হৈছে তাৰ বিচাৰ কৰিবৰ আগেয়ে, পদ্য কিহক বোলে এই কথাটো ভালকৈ বুজি লব লাগিব। পদ্য বুলিলে সচৰাচৰ যি বুজা যায়, শব্দটো আমি সেই ভাবে ধৰা নাই; অৰ্থাৎ পদ্য বুলিলে কেৱল ছন্দত লিখা কথাকে নধৰিবা। আমাৰ অৰ্থমতে গদ্য প্ৰকৃতত লিখা কথাও কেতিয়াবা পদ্য হব পাৰে। গদ্য আৰু পদ্য এই দুটা লিখাৰ প্ৰণালী। কিন্তু প্ৰণালী দুটি যে কেৱল শব্দ যোজনাতহে সুকীয়া হয় এনে নহয়; তাৰ, অৰ্থ সম্বন্ধ লক্ষণতো এই দুই লিখনৰ ভিন্নতা থাকিব লাগে। মানুহৰ যেনেকৈ মতা আৰু মাইকী দুজাত আছে, সেইদৰে সাহিত্যতো গদ্য আৰু পদ্য দুই বিধ। মতা মানুহ আৰু মাইকী মানুহৰ ভিতৰত যেনে আকৃতি, গঠন, লক্ষণ, স্বভাৱ, মাত, কথা, ভাব, ৰীতি, নীতি সকলো ভিন ভিন তেনেকৈ গদ্য আৰু পদ্যৰ ভিতৰতো সকলো বেলেগ বেলেগ। যদি কোনো অংশত পদ্যত লিখা কথাও পদ্যৰ ৰূপ লয়, তেন্তে তাক শুধ পদ্য নুবুলি গদ্য পদ্য বা মিহলি পদ্যহে বুলিব পাৰি। এনেকুৱা মিহলি পদ্য সময়ে সময়ে বহুত দেখা যায়। ইয়াৰ কাৰণ এই যে যি জনে পদ্য লিখে তেওঁ পদ্য কিহক বোলে ভালকৈ নাজানে, কেৱল ছন্দত কথা লিখিবলৈ শিকিয়েই পদ্য লিখিবলৈ ধৰে। আৰু মাজে মাজে এনে পদ্যও দেখা যায় যাক কোনোমতে পদ্য নাম দিব নোৱাৰি। পদ্যৰ অযোগ্য কথা পদ্যত আৰু পদ্যৰ অযোগ্য কথা গদ্যত লিখাই অৱশ্যে এই দোষৰ কাৰণ।

এতিয়ালৈকে পদ্যৰ বিষয় যি যি কথা কৈ অহা হৈছে, সি কেৱল পদ্যৰ লক্ষণ মাথোন। ইয়াক পঢ়িলে পদ্যৰ আকৃতি-প্ৰকৃতি, দোষ-গুণাদি বাহিৰৰ ভাগটোহে জনা যাব। কিন্তু পদ্য ৰচোঁতে কি কি নিয়মে চলিব লাগে, তাৰ কথা এটাও কোৱা হোৱা নাই। এই নিয়মবোৰ যে কেৱল পদ ৰচোঁতাকে লাগে এনে নহয়, তাৰ দোষা-দোষ বিচাৰতো নহ'লে নচলে। তুমি ভাবিব

পাৰা, যে লঘু গুৰু চাই আখৰ লিখি শব্দ পাতিলেই পদ্য হয়। এই বিশ্বাস বৰ ভুল। পদ্য ৰচনা কৰোঁতে বহুত চিন্তাৰ প্ৰয়োজন। যি শব্দবোৰ ব্যৱহাৰ কৰিবা, তাক লেখি-জুখি, গঢ় চাই, ভাব চাই লিখিলে হে কবিতা ভাল হয়। যেনে তেনে প্ৰকাৰে পদ মিলাই গলে পদ্য নহয়, ছন্দ হব পাৰে। পদ্য লিখিবলৈ ধৰিবৰ আগেয়ে সেই বিষয়টো মনত থিৰ কৰি লব লাগে। যি কথা লিখিবা তাক ভালকৈ লবা। মানুহৰ এটা গুণ আছে, যে বহুত-দিনীয়া পুৰণি কথাকো ভাবি ভাবি মনত নতুন কৰি তুলিব পাৰি। ইয়াৰ প্ৰমাণ অলপ গমি চালেই পোৱা যায়। যাৰ বৰ চেনেহৰ ভাই বা ককাই মৰি গৈছে, সি যদি সেই কথা বাৰ বছৰৰ মূৰত এদিন ভাবে অৰ্থাৎ সেই সময়ত কি কি হৈছিল, তাৰ ভায়েক কেনেকৈ নৰিয়া পৰিল, সেই নৰিয়া লাহে লাহে কেনেকৈ টান হ'ল, মৰিবৰ অলপ আগেয়ে ভায়েকে কেনে কৰিছিল, কি কি কথা কৈছিল আৰু মৰিবলত তাৰ মনত কি কি ভাব ওলাইছিল, এইবোৰ কথা যদি একান্ত মনে অকলৈ বহি ভাবিবলৈ ধৰে, তেনেহ'লে পুনৰায় সেই ভাব মনত জাগি উঠিব, চকুৰ পানী ওলাব আৰু মন ব্যাকুল হৈ পৰিব। তাৰ মনত তেতিয়া এনে শোক লাগিব, যে ভায়েক যেন সেইদিনাহে মৰিছে। সকলো পুৰণি কথাকে এইদৰে ন কৰি লব পৰা যায়। যি বিষয়ে তুমি পদ্য লিখিব খোজা, সেই বিষয় এইদৰে ভাবি ভাবি মনত একেবাৰে নতুন কৰি লব লাগে। এইদৰে কথা ঠিক কৰি ললে লিখোঁতে আৰু একো টান পোৱা নাযায়; শব্দ, উপমা, কথাৰ মিল সকলো আপুনি কাপৰ মুখেৰে ওলাবলৈ ধৰে। কোনো নতুন বিষয় অৰ্থাৎ নকৈ ওলোৱা ভাব লৈ কবিতা লিখিব খুজিলে, সেই ভাব নতুন থাকোঁতেই আৰম্ভ কৰা উচিত। বিবেচনা কৰা, তুমি আজি এডোখৰ বৰ সুন্দৰ ঠাই দেখিলা বা এটা কোনো বৰ দুখজনক কথা দেখিলা। যদি সেই বিষয় কবিতা কৰিব খোজা তেন্তে সেইদিনাই বা তাৰ পাচ দিন অৰ্থাৎ কথাটো মনত জাগি থাকোঁতেই কবিতা লিখিলে ভাল। মনত দুখ লাগি থাকোঁতেই কবিতা কৰিলে যেনে সুন্দৰ হয়, বহুত দিনৰ পাচত লিখিলে তেনেকুৱা নহব পাৰে। এই নিয়মমতে নচলি, যদি পদ্য লিখিবৰ মন গলেই লিখিবলৈ ধৰা তেন্তে কথা বিচাৰি নাপাই ভাব বিচাৰি নাপাই বৰ বিৰক্ত লাগিব। যিবোৰ কবিতা পঢ়িবলৈ পোৱা, তাক লিখোঁতে যে কবিৰ মনত

কিমান দুখ বা কিমান সুখ লাগিছিল, তাক তেওঁহে ভালকৈ জানে। মানুহে যে পদ্য কেৱল বিদ্যা বা বুদ্ধি দেখুৱাবলৈ লিখে এনে নহয়। পদ্য লিখাৰ এটা বেলেগ পবিত্ৰ সুখ আছে। তুমি পঢ়ি যিমান সুখ পোৱা, তাৰ চতুৰ্গুণ লিখকে পায়। মই এদিন এটা কথাত বৰ আনন্দ পাইছিলোঁ, সেই কথা হোৱাৰ বহুত দিন হৈ গ'ল, তাক প্ৰায় পাহৰিছোঁ বুলিব পাৰি। তেও যদি সেই বিষয় এটা কবিতা আজি লিখিবলৈ ধৰোঁ, তেনেহলে সেইদিনা যি আনন্দ পাইছিলোঁ লিখি থাকোঁতে পুনৰায় সেই আনন্দ লাগিব। তেতিয়া বোধ হব যেন আকৌ সেই দিন উভতি আহিল, সেই আনন্দ আচলতে যেন আকৌ ভোগ কৰিবলৈ পালোঁ। এই সুখটোৰ নিমিত্তেহে পদ্য লিখাৰ যি কষ্ট, তাক ভোগ কৰিবলৈ মানুহে আগ বাঢ়ে। এই সম্বন্ধে আৰু এটা কথা আছে। যি বিষয়টো তোমাৰ মনত ভালকৈ লগা নাই তাৰ কবিতা কেতিয়াও ভাল নহয়। যি কথাৰ নিমিত্তে তুমি এদিন কান্দিছা বা যি কথাটো তোমাৰ মনত বৰকৈ লাগিছিল, তাৰহে কবিতা মনোৰম হয়। বৰ বৰ কবিৰ কবিতা পঢ়ি চালে দেখা যায় যে তাৰ সৰহ ভাগেই কবিৰ নিজৰ কথা। ইয়াৰ কাৰণ এই যে সেইবোৰ কথা তেওঁৰ মনত বৰকৈ লাগিছিল, সেইদেখি তাক লিখিবলৈকো বৰ ভাল পাইছিল। কোনো কোনো কবিতাৰ শেষত লিখি দিয়ে যে এই কথা কবিয়ে অমুক ঠাইত বহি অমুক সময়ত লিখিছিল। ইয়াৰ অৰ্থ এই যে সেই সময়ত সেই ঠাইত, সেই কথাটো কবিৰ মনত লাগিছিল। কবিয়ে যে আচলতে কাগ কাকত নি পৰ্ব্বতৰ টিঙত বা নৈৰ দাঁতিত ৰচনা কৰিছিল এনে ভাবিব নালাগে।

পদ্য লিখিবলৈ আৰু এক প্ৰকাৰে আৰম্ভ কৰিব পাৰি। আগেয়ে এটাইখিনি কথা নভৈ মন গলেই লিখিবলৈ বহিবা। পাছে লিখি যাওঁতে তোমাৰ আগৰ ভাব গোটেইবোৰ আহি মনত পৰিব। সেইদেখি কোনো কোনো লিখকে দুখৰ কথা লিখিবলৈ বহি চকুৰ লো টুকিবলৈ ধৰে। কিয়নো লিখি যাওঁতে আগৰ দুখ তেনেই উজাৰ খাই উঠি মন ব্যাকুল কৰি পেলায়। এই নিয়ম কিন্তু বৰ ভাল নহয়।

গদ্যৰ বিষয় আলোচনা কৰোঁতে শব্দ আৰু ভাৱৰ বিষয়ে যি যি কথা কোৱা হৈছিল, সেই এটাইবোৰ পদ্যতো খাটে। সেই বিষয়ে ইয়াত আৰু কেৱল উল্লিখিয়াহে। পদ্য লিখি যাওঁতে যিটো শব্দ যি ঠাইত বহোৱা যায়

তাৰ নাম তেনেকুৱা দিয়াই ভাল। বিবেচনা কৰা জুইক এখন হাবিয়নী বা পৰ্ব্বত পুৰি পেলালে, সেই ঠাইত জুইৰ যে নিষ্ঠুৰ সকলো উচ্ছন কৰা স্বভাৱ আছে সেয়েহে ইয়াত প্ৰকাশ পাইছে; এতেকে এই ঠাইত জুইক হুতাশন বুলিলে ভাল। এইদৰে সূৰ্য্যক ঠাইত সূৰ্য্য, ঠাইত ভানু আৰু কোনো ঠাইত অৰুণ বুলিব পাৰি। শব্দ পাতোঁতে পৰা যায় মানে একে ৰকম শব্দ একেলগে বহুবাৰ লাগে, যেনে—

দয়াময় দীননাথ দয়া দান দিয়াঁ,
কাকুতি কৰিছোঁ মই কাতৰ কৰিয়া।

এই দুই শাৰীৰ শব্দবোৰ প্ৰায় একে ৰকম। প্ৰথম শাৰীৰবোৰ প্ৰায় 'দ'ৰে আৰু দ্বিতীয় শাৰীৰবোৰ প্ৰায় 'ক'ৰে আৰম্ভ হৈছে। পদ্য লিখোঁতে পদ মিলাবৰ নিমিত্তে নলগা শব্দও অনেক লিখিব লগাত পৰে; ইয়াৰ হাত পৰা যায় মানে এৰাবলৈ যত্ন কৰা উচিত। মিত্ৰাক্ষৰ ছন্দ লিখোঁতে কেৱল শেহৰ আখৰটো মিলায়েই নেৰিবা। শেহৰ স্বৰবৰ্ণ দুটা আৰু ব্যঞ্জন বৰ্ণ দুটা অৰ্থাৎ ওপৰৰ ফাঁকিৰ শেহৰ স্বৰ আৰু ব্যঞ্জন বৰ্ণ দুটাৰ লগত মিলিব লাগে, তেতিয়াহে শুনিবলৈ ভাল হয়। ওপৰৰ ফাঁকিত যদি তৰুণ থাকে তলৰ ফাঁকিতো বৰুণ বা তেনেকুৱা কোনো শব্দ লগোৱা উচিত। কিন্তু সদাই এইদৰে মিলাবলৈ বৰ টান; কিয়নো মিল শব্দ ভাষাত বহুত নাথাকে। আমাৰ অসমীয়া ভাষাত ৬০০ মানহে যদি মিল শব্দ ওলায়। য'ত দুয়োটা ব্যঞ্জনবৰ্ণ মিলাব নোৱাৰি তাত একেবাৰে সৰ শেহৰ ব্যঞ্জনটো মিলাই গলেও চলে, কিন্তু স্বৰবৰ্ণ দুটা মিলিবই লাগে। যদি কোনো ঠাইত ওপৰৰ ফাঁকিত তৰুণ থাকে, তেন্তে তলৰ শাৰীত নিপুণ বা নিৰ্গুণো হব পাৰে। কিয়নো ওপৰত তৰুণ বোলোতে শেহত উ আৰু অ আছে আৰু তলতো সেইদৰে নিপুণ বোলোঁতে শেহত উ আৰু অ আছে আৰু ওপৰৰ ণ তলৰ ণৰ লগত মিলিছে। কিন্তু তৰুণ আৰু হৰিণ ভালকৈ নিমিলে, কাৰণ ওপৰত আছে উ আৰু অ, তলত আছে ই আৰু অ আৰু শেহৰ স্বৰবৰ্ণটো যদি অ নহয়, তেন্তে ব্যঞ্জনবৰ্ণটো নিমিলিলেও বৰ বেয়া শুনানি। টান ঠাইত অঞ্জলা · কৰা এই দুটা শব্দকো মিলাব পাৰি। কিন্তু মন আৰু মল মিলাব নোৱাৰি, কাৰণ শব্দ দুটাৰ শেহ স্বৰ অ। ইয়াত শেহৰ ব্যঞ্জনটো নিমিলিলে কোনোমতে ভাল নহয়। তলৰ নিয়ম মতে পৰাপক্ষত লিখিব লাগে, বৰ টান ঠাইতহে সেই নিয়মৰ আজ্ঞা

যিমান পৰা যায়, ভাব ভাঙি ভাঙি লিখা উচিত। বিবেচনা কৰাঁ, তুমি ভেবকাঁকি কথা লিখিছা, তেও ভাবটোৰ অন্ত হোৱা নাই, এনে ঠাইত সেই ভাব সেই ফাঁকিতে শেষ কৰিব নালাগে। শাৰীটোৰ মাজতে ভাবটো ভাঙি আন এক ভাবে কথা আৰম্ভ কৰিবা। পাচে সেই কথা আৰু এই কথা মিলাই নি আন এঠাইত শেষ কৰিব লাগে। এই বিষয় উদাহৰণ দি আগেয়ে বুজাই দিয়া হৈছে।

পদ্যত কোনো কথা লিখিবৰ হ'লে, তাত কথাটো একেবাৰে ভাঙি প্ৰকাশ কৰি লিখিব নালাগে। কথা ভালকৈ লুকাব পাৰিলে কবিতা বৰ ৰসাল হয়। আকাৰে ইঙ্গিতে কথা কৈ ভাবটো কিছু অস্পষ্ট কৰি থব লাগে, পঢ়োতাই যেন চিন্তা কৰিহে সেই ভাব উলিয়াব পাৰে। কেতিয়াবা মন কৰিব পাৰা, যে দূৰৈৰ পৰা সকলো বস্তুকে ভাল দেখি, কাৰণ সিহঁতৰ দুগবোৰ দূৰৈৰ পৰা দেখা নাযায়, কিন্তু ওচৰলৈ গ'লে যত যত বেয়া আছে এটাইবোৰ ওলাই পৰে। নক্সা দূৰৈত ধৰিলে ধুনীয়া দেখি, কিন্তু ওচৰৰ পৰা বৰ ভাল দেখা নাযায়। কথাবো ঠিক তেনেকুৱা। পদ্য লিখোঁতে মানুহে কোনো এটা বাতৰি দিব নোখোজে, যি বস্তুটো বৰ্ণোৱা হয় তাৰ ৰূপ বা গূঢ় ভাবটোহে দেখুৱাবলৈ বিচাৰে। এই দেখি যিমান আকাৰে ইঙ্গিতে কথা কোৱা যায়, সিমান ভাল। কিন্তু সেইবুলি সাথকৰাকৈ কথা লিখিব নালাগে। পাঠকে যেন সহজে তোমাৰ ভাব বুজি থাব পাৰে, এইদৰে পদ্য ৰচনা কৰা উচিত। ভাব লুকাই কথা লিখাৰ উত্তম উদাহৰণ "বিদ্যাসুন্দৰত" পোৱা যায়। মালিনীয়ে যেতিয়া সুন্দৰৰ আগত বিদ্যাৰ ৰূপ বৰ্ণনা কৰে তেতিয়া তাই ভাব চুৰ কৰি কৰি কথা কৈছিল। বিদ্যাৰ চুলি সাপৰ নেজতকৈও ভাল আছিল বুলি নকয়, সাপে চুলি দেখি লাজতে গাতত লুকাল বুলিহে কৈছে। কথা এইদৰে লিখিলে কবিতাৰ ৰস বাঢ়ে। এটা উদাহৰণ দিওঁ চোৱাঁ—

"আজীৱন দুখত জীৱন ধৰাতকৈ জীৱনত জীৱন জাহ দিয়াই ভাল।"

এই কথাটোত আচল ভাবটো গোপন কৰি লিখা হৈছে। "জীৱন" শব্দৰ অৰ্থ দুটা, প্ৰাণ আৰু পানী। সিহঁত দুয়োকো একে ঠাইতে লগ কৰাই ভাবটো কিছু অস্পষ্ট হৈছে।

উপমা সাহিত্যৰ এবিধ প্ৰধান অলঙ্কাৰ। ইয়াৰ দ্বাৰাই দুটা কৰ্ম সিদ্ধ হয়। কোনো ঠাইত উপমা দিলে কথা ধুনীয়া হয়; তেতিয়া ভাবটো

উত্তম ৰূপে প্ৰকাশ পায়। ইয়াক ব্যৱহাৰ কৰিবৰ দুটা নিয়ম আছে। এক ৰকমে যিটো বস্তুৰ লগত যাৰ মিল, সেইটো দুয়োকো একে লগে লিখিলেই হয়; যেনে, সি ভীম। ইয়াৰ দ্বাৰাই বুজা গ'ল, যে সি ভীমৰ নিচিনা পৰাক্ৰমী। কেতিয়াবা এইদৰে নিলিখি কথাটো ঘূৰাই কয়, যেনে, তাৰ পৰাক্ৰম দেখিলে ভীমেও তলমূৰ কৰে। কোনো বস্তুৰ লগত কোন-টোৰ তুলনা হয় তাৰ একো নিয়ম নাই। কিন্তু কবিসকলে কিছুমান বস্তু আন কিছুমান নিৰ্দিষ্ট বস্তুৰ লগত সদাই তুলনা কৰে। তাৰে কেইটামান উদাহৰণ দিয়া গ'ল।—

মুখ—জোনৰ নিচিনা।

চকু—পদুম ফুল যেন (পুৰুষ)। হৰিণীৰ চকু যেন (স্ত্ৰী)।

নাক—তিলৰ ফুল যেন।

দাঁত—মুকুতাৰ নিচিনা।

ওঁঠ—বিম্ব ফলৰ নিচিনা।

হাত—পল্লৱ (গছৰ পাত) যেন।

উৰু—ৰম্ভা (কল-গছ) যেন, বা হাতীৰ শুঁৰ যেন।

ডিঙি—সিংহৰ ডিঙি যেন।

কঁকাল—ডমৰুৰ মাজডোখৰ যেন।

পানী—ফটিক যেন।

মাত—কুলি চৰাইৰ নিচিনা।

ভুৰু—ধেনুৰ নিচিনা।

চুলি—সাপৰ নেজ যেন।

বৰণ—গোলাপ বা পদুম পাহিৰ নিচিনা।

ৰঙা—লাডুৰ মণি যেন।

সোৱাদ—অমৃত বা মৌ যেন।

টেঙা—চূণ যেন।

পণ্ডিত—বৃহস্পতিৰ নিচিনা।

গম্ভীৰ—পৃথিৱী যেন।

গভীৰ—সাগৰ যেন।

ওখ—তাল গছৰ নিচিনা।

অটল—পৰ্ব্বতৰ নিচিনা।

ৰূপ—কাৰ্ত্তিক বা ৰতিপতিৰ (কামৰ) নিচিনা (পুৰুষ)। ৰতি বা লক্ষ্মীৰ নিচিনা (স্ত্ৰী)।

কুমলীয়া—ভিঁহৰ জালি যেন।

কোমল—লৰুণ্ড বা গাখীৰৰ ফেন যেন।

বুকু (নিৰ্দ্দয়)—কাঠ বা শিল যেন।

ভয়ঙ্কৰ—যমৰ নিচিনা।

খঙাল—দুৰ্ব্বাসা মুনিৰ নিচিনা।

উগ্ৰ—ৰুদ্ৰ যেন।

গমন—গজৰ (হাতীৰ) নিচিনা (পুৰুষ)। হাঁহৰ নিচিনা (স্ত্ৰী)।

ভোজন—ভীমৰ নিচিনা।

কঁপনি—কলগছৰ পাত যেন।

কবিতাত কোনো বস্তু বৰ্ণাব লাগিলে তাৰ লগৰীয়া যিবোৰ গুণ আছে, তাৰো কথা কব লাগে। যদি কবিয়ে সেইবোৰ গুণৰ বিষয়ে একো উল্লেখ নকৰে, তেও পঢ়োতাই বুজি পোৱা উচিত। কোন বস্তুৰ লগত কি কি গুণ সদায় বুজা যায়, তাৰ দুটামান ইয়াতে দিয়া গ'ল।—

বায়ু—শীতল, মৃদু, সুগন্ধী।

পানী—শীতল, নিৰ্মল, সুস্বাদী।

চুলি—চিকমিকীয়া, ক'লা, দীঘল।

পুখুৰী—তাত পদুম ফুল আৰু হাঁহ থাকে।

নিশ্বাস—সুগন্ধী।

বননি—ফুল থাকে।

ফুল—কলি বা ফুলা, ভোমোৰা লাগি থাকে, ৰঙাহত লাৰে।

বসন্তকাল—এই কালত গছে নপাত ধৰে, ফুল ফুলে আৰু কুলিয়ে মাতে।

জোন—পূৰ্ণিমাৰ বা প্ৰতিপদৰ, আকাশ মেঘালি বা নিৰ্ম্মল।

পদ্যৰ সাধাৰণ লক্ষণৰ বিষয় আমাৰ আলোচনাৰ ওৰ পৰিল। ওপৰত যিবোৰ নিয়ম দিয়া হ'ল, তাৰ দ্বাৰা পদ্য লিখোঁতাৰ আৰু পঢ়োঁতাৰ যে অনেক সুবিধা হব, তাত আৰু মুঠেই সন্দেহ নাই। ইয়াৰ ভিতৰত দুই চাইটা যেনেতে বুজিব নোৱাৰা কথা ওলাব পাৰে, কিন্তু পদ্য পঢ়োতে সেইবোৰ মিলাই মিলাই সহজে তাৰ মৰ্ম্ম পোৱা যাব।

# ৰামায়ণ

## গুহ চণ্ডালৰ বৃত্তান্ত

পুষ্যা নক্ষত্ৰত দশৰথ মহাবীৰ।
চাৰিপুত্ৰ সমে গৈলা ভাগীৰথী তীৰ॥
স্নান দান তৰ্পণ কৰিয়া নৃপবৰ।
দেৱ ঋষি পিতৃক তৰ্পিলা নিৰন্তৰ॥
শুনিয়োক আত পৰে অদ্ভুত কথন।
সৈন্যে সমে ভৈল ঠৈত যেন মহাৰণ॥
পৰম দৰ্পিষ্ঠ হৃষ্ট পুষ্ট কলেৱৰ।
সেহি সময়তে মিলিলেক আথান্তৰ॥
পূৰ্ব্বত ব্ৰাহ্মণ আসি অধৰ্ম্ম কৰিল।
সেহি পাপে চণ্ডাল যোনিত উপজিল॥
গুহ নামে ভৈল সিটো ৰাজা চণ্ডালৰ।
সেহি সময়ত লৈয়া সেনা নিৰন্তৰ॥
দশৰথ নৃপতিক নগণি মনত।
চণ্ডাল কৰিল স্নান গংগাৰ জলত॥
দশৰথে দেখে অহম্ময় চণ্ডালৰ॥
ধৰি আনিবাক আজ্ঞা দিলা নৃপবৰ॥
শুনি গুহ নৃপতিৰ ক্ৰোধ বৰ ভৈল।
অনেক চণ্ডাল সমে যুঁজিবাক গৈল॥
দশৰথ নৃপতিৰ কটক অপাৰ।
দুয়ো সেনা অন্যো অন্যে কৰে ধৰ মাৰ॥
লাগিল সমৰ ভাগীৰথী তীৰ যুৰি।
উভয় কটকে লগাইলেক হুৱাৰৰি॥
অনেক কটক বেঢ়ি কৰে হুলস্থুল।
পৰম ঘোৰতৰ ৰণ মিলিল তুমুল॥

সাৰয় খাণ্ডাৰ কোব বাকক ঝংকাৰি।
বৰক সমে শালে কেহো জনে শৰ মাৰি॥
খৰতৰ অস্ত্ৰ ধৰি দুহাতে প্ৰহাৰে।
লৰৰন্তে গৈয়া কতো হাতে খোঞ্চা মাৰে॥
মদমত্ত চণ্ডালৰ উথলিল বোল।
আগুৱান হৈয়া যুজে লৈয়া শাল খোল॥
চাৰিভিতি শব্দ উঠিল ভয়ংকৰ।
পৰম চঞ্চল চিত্ত ভৈল চণ্ডালৰ॥
মদা লাগি আছয় চেতন নাহি গাৱে।
হাতত চৌৱৰি ধৰি হুলাহুলি ধাৱে॥
ভৈল আউল-জাউল বাউল যেন খেদি আসে॥
অৰে তই কোন বুলি ফুৰে চাৰি পাশে॥
নাহি অস্ত্ৰ শস্ত্ৰ কতো প্ৰহাৰয় দলি।
দশৰথে দেখিয়া হাসন্ত খলখলি॥
আপোনাৰ কটকক দিলন্ত নিশান।
গুহ নৃপতিক জীৱন্ততে ধৰি আন॥
শুনি নৃপতিৰ আতি কটক প্ৰখৰ॥
যুজিবাৰ সজ্জি আতি জানয় বিস্তৰ॥
চাৰিভিতি বেঢ়িয়া অনেক সেনাগণে।
গুহ চণ্ডালক বন্দী কৰিলা তেখনে॥
পাচে পাত্ৰে নিয়া নৃপতিৰ আগে দিল।
ৰামক দেখিয়া পূৰ্ব বৃত্তান্ত স্মৰিল॥
ৰামৰ চৰণে গৈয়া কৰি নমস্কাৰ।
ৰামত কহন্ত গুহে কথা আপোনাৰ॥
শুনিয়োক ৰাম কহোঁ তযু চৰণত।
আছিলো ব্ৰাহ্মণ মই পূৰ্ব জনমত॥
যি দোষে চণ্ডাল, হৈলোঁ শুনা ৰঘুপতি।
ভগীৰথ মহাৰাজা তোমাৰ বংশত॥

ব্রহ্মাক আরাধি রাজা মহা ধর্মশীল।
ব্রহ্মলোক হন্তে গংগা নমাঁযা আনিল॥
বিষ্ণুপদরজ মিশ্র তুলসী সহিত।
ভৈল সর্ব্বোত্তম গংগা জগতে বিদিত॥
নাহি ত্রিভুবনে তীর্থ গংগার সমান।
যত মহাজন সবে কবিলন্ত স্নান॥
ব্রাহ্মণ বুলিয়া গর্ব্ব কবিলোঁ মনত।
গংগা আদি তীর্থ আছে মোর শরীরত॥
নকবিলোঁ স্নান মই গংগার জলত।
শাপিলন্ত গংগা ক্রোধ কবিয়া মনত॥
মোর স্নান নকবিলি ব্রাহ্মণ গর্ব্বত।
এহি পাপে তোর জন্ম হৈব চণ্ডালত॥
গুহ নামে হৈবি তই রাজা চণ্ডালর।
এহি বুলি পাছে সীমা দিলন্ত শাপর॥
থাকয় তোহোর মন যেবে মোক প্রতি।
জন্মে জন্মে মোত তেবে কবিবি ভকতি॥
এক শত জন্ম মোত ভক্তি কর যেবে।
ইতো পাতকর বিপ্র মুক্ত হৈবি তেবে॥
যেবে দরশন তই পাস শ্রীরামক।
একে জন্মে তোর তেবে খণ্ডিব পাতক॥
এহি সীমা হৈয়া গংগা দিলা মোক শাপ।
উপজিলোঁ চণ্ডালযোনিত মই পাপ॥
হৈলা নারায়ণ রঘুবংশে অবতার।
তযু দরশনে পাপ গুচিল আমার॥
তোমার চরণে আরে লৈলোঁহো শরণ।
তুমি বিনে মোর গতি নাহি আন জন॥
সদা সেৱা কবি মই থাকিবোঁ তোমাক।
তোমার পিতৃত মাগি লৈয়োক আমাক॥
শুনি রাঘৱর মহা করুণা মিলিল।

অনেক বিনয় কৰি পিতৃক বুলিল ॥
শুনিয়োক পিতৃ কৃপা কৰিয়োক মোক ।
গুহ নৃপতিক মেলি মোহোক দিশুক ॥
জগতৰ পতি ৰাম দেৱৰ বচন ।
শুনি দশৰথৰ সন্তুষ্ট ভৈল মন ॥
স্বভাৱে ৰামত দয়া ৰাজাৰ বিস্তৰ ।
মেলিয়া গুহক তাংক দিলা নৃপবৰ ॥
পাইলন্ত গুহক ৰামে পিতৃত মাগিয়া ।
কৰিলা আশ্বাস বস্ত্ৰ অলংকাৰ দিয়া ॥
অনেক শাসন ৰামে দিলা গ্ৰাম দেশ ।
নির্ভয় বচনে তাংক বুলিলা অশেষ ॥
আজি ধৰি গুহ তুমি ভৈলা মোৰ মিতা ।
থাকিয়োক সুখে কিছু নকৰিবা চিন্তা ॥
হেন শুনি গুহ চণ্ডালৰ অধিপতি ।
ৰামক বুলিল কৰি অনেক ভকতি ॥
কৈৰ মই হীন জাতি চণ্ডাল অধম ।
তুমি ত্ৰিজগত গুৰু ঈশ্বৰ পৰম ॥
ব্ৰহ্মা হৰে নাজানন্ত যাহাৰ মহিমা ।
চাৰি বেদে কহি যাৰ নাপাৱন্ত সীমা ॥
অধমো উদ্ধাৰে যাৰ নাম লৈলে মাত্ৰ ।
মই কেনে তোমাৰ মিত্ৰৰ ভৈলোঁ পাত্ৰ ॥
কেমনে তৰ্কিবোঁ প্ৰভু তোমাৰ লীলাক ।
কৰাঁ অনুগ্ৰহ কেনে কেতিক্ষণে কাক ॥
নাহিক তোমাত জাতি আচাৰ বিচাৰ ।
তযুপদে শৰণ কৰোক মাত্ৰ সাৰ ॥
এতেকে তোমাৰ ভাত কৰুণা মিলয় ।
যেই যেই মতে যেন অমৃত পিবয় ॥
এতেকে [illegible] হোৱে নিস্তো জন ।
লৈলোঁ আজি মাত্ৰ মই তোমাত শৰণ ॥

এতেকতে মোক মিত্ৰ বুলিয়া ধৰিলা ।
এহিতো অতৰ্ক তত্ত্ব বিপৰীত লীলা ॥
আনো নানা স্তুতি নতি কৰিলা ভকতি ।
পাচে তাংক বিদায় দিলন্ত ৰঘুপতি ॥
ৰামত মেলানি পায়া কৰি যোৰ হাত ।
দণ্ডৱতে পৰি আতি কৰি প্ৰণিপাত ॥
মাথাত মাখিল চৰণৰ ধূলি আনি ।
পুনৰপি কৃতাঞ্জলি বুলিলন্ত বাণী ॥
তোমাৰ চৰণে ৰতি হওহোক মোৰ ।
যাক দৰশনে পাপ গ্ৰবাইলো দোষোৰ ॥
ধৰিবাহা আমাক দাসৰ বুলি দাস ।
জন্মে জন্মে এহি চৰণত হৌক আশ ॥
এহি বুলি কতো দূৰ গৈলা পাচকৰি ।
পুনৰপি প্ৰণামিলা দণ্ডৱতে পৰি ॥
ৰাম পাদপদ্ম দুই মনে ধৰি লৈল ।
সৈন্যসমে গুহ নিজ স্থানে চলি গৈল ॥
অনন্তৰে দশৰথ নৃপতি প্ৰধান ।
পাত্ৰ পুত্ৰ সসৈন্যে কৰিয়া গংগাস্নান ॥
চলিবাক চাহে দিনকৰ অস্ত গৈল ।
দেখি ভৰদ্বাজৰ আশ্ৰম গৈয়া পাইল ॥
চাৰি পুত্ৰ সমন্বিতে ৰাজা শুদ্ধ মনে ।
কৰিলন্ত নমস্কাৰ ঋষিৰ চৰণে ॥
ভৰদ্বাজে বেদ মন্ত্ৰ কৰিয়া সত্বৰ ।
পুত্ৰে সমে ৰাজাক কৰিলা আশীৰ্বাদ ॥
নানাবিধ দ্ৰব্যে মুনিৰাজ কৌতুহলে ।
অতিথিৰ ব্যৱহাৰ কৰিলা সকলে ॥
ৰামক দেখিয়া মুনি লৈলা কংগসম ।
কোলে লৈয়া ঋষিৰাজ কৰিলা শয়ন ॥
নিদ্ৰা গৈলা ৰামচন্দ্ৰ ঋষিৰ সংগত ।

ইন্দ্ৰে সমে আসিলন্ত দেৱগণ যত ॥
ৰামক কৰিলা অভিষেক পুৰন্দৰ।
মন্ত্ৰে সমে দিলা সবে দিব্য ধনুশৰ ॥
পাচে ইন্দ্ৰে দিলন্ত ৰামক সন্নিধান।
এহি ধনুশৰে শত্ৰু কৰিবা নিৰ্জ্জান ॥
নানা দিব্য কামে ধনুৰ্ব্বাণ অনুপমে।
মন্ত্ৰ সমে পায়া ৰংগমন ভৈলা ৰাম ॥
ধনুশৰ দিয়া চলি গৈলা দেৱগণ।
ৰাত্ৰি অৱসানে ৰাম পাইলন্ত চেতন ॥
দেখন্ত হাতত আছে দিব্য ধনুশৰ।
কৰে ফটফট মনে মন্ত্ৰ নিৰন্তৰ।
দেখি ধনুৰ্ব্বাণ ঋষি ৰামৰ হাতত।
পৰম বিস্ময় ভৈল মুনিৰ মনত ॥
প্ৰভাতে উঠিয়া ৰাম কৰিলন্ত স্নান।
ঋষি সমে দশৰথ ভৈলা একস্থান ॥
কৰি কৰযোৰ ৰামচন্দ্ৰ মহাভাগে।
কহন্ত স্বপ্নৰ কথা দুহান্তৰ আগে ॥
ঐৰাৱত স্কন্ধে আসিলন্ত পুৰন্দৰ।
মন্ত্ৰে সমে দিলা মোক দিব্য ধনুশৰ ॥
দেৱগণ সবে আক বুলিলা বচন।
এহি ধনুৰ্ব্বাণে জিনিবাহা শত্ৰুগণ ॥
এহি বুলি চলি গৈলা দেৱগণ যত।
জাগি দেখোঁ ধনুৰ্ব্বাণ আছয় হাতত ॥
মনত স্মৰোঁ মহামন্ত্ৰগণ যত।
এহি বুলি ৰামচন্দ্ৰে দুহানো আগত ॥
যপনত লব্ধ ধনুশৰ আনি দিল।
দেখি সমস্তৰ মনে বিস্ময় মিলিল ॥
ভৰদ্বাজ ঋষি প্ৰত্যক্ষ দেখি বিদ্যমান।
অদ্ভুত মানিয়া মনে কৰিলন্ত ধ্যান ॥

জানিলন্ত ঋষি ৰাম হুঁহক মানুষ।
হৈলা অৱতাৰ বিষ্ণু পৰম পুৰুষ॥
দিলন্ত অজয় ধনুৰ্ব্বাণ দেৱৰাজে।
বধিবন্ত ৰাৱণক সংগ্ৰামৰ মাজে॥
জানি মহামুনি মনে হৈল কৌতুহল।
পাছে ৰামচন্দ্ৰক স্বপ্নৰ দিলা ফল॥
স্বপ্নত তোমাক ধনু দিলা পুৰুষৰ।
জিনিবা শত্ৰুক ৰণ বাঢ়িব বিশেষ॥
নপাৰি কহিবে ৰাম তোমাৰ মহত্ত।
স্বপ্ন শুনি হাসিলন্ত ৰাজা দশৰথ
ভৰদ্বাজ ঋষিক কৰিলা সৎকাৰ
চাৰি পুত্ৰ সহিতে কৰিলা নমস্কাৰ॥
মাগিয়া মেলনি আশিস বুলি প্ৰিয় বাণী
পুত্ৰ সমে অযোধ্যাক গৈলা মহামানী॥
নিজ মন্দিৰত ৰাজা হৈলা ৰঙ্গ মনে।
মিলয় আনন্দ পুত্ৰমুখ দৰশনে
মহাগুণে গুণৱন্ত চাৰিও তনয়।
যত অস্ত্ৰ শস্ত্ৰ শাস্ত্ৰ চাৰিও জানয়॥
কেৱল ধৰ্মত মাত্ৰ ৰতি সৰ্ব্বক্ষণে।
কৰন্ত ভকতি নিত্যে ৰামৰ চৰণে॥
চাৰি ভাইৰ মাজে ৰামচন্দ্ৰ গুণে চাৰ।
তান্ত অতিশয় প্ৰীতি ৰাঘৱ ৰাজাৰ॥
ৰামৰ সমান আৰু নাহি ত্ৰিভুৱনে।
তাহান গুণৰ অন্ত কৰিবেক কোনে॥
দেখয় গম্ভীৰ কোটি সমুদ্ৰত কৰি।
ক্ষমাগুণে কোটি বসুন্ধৰা তহি সৰি॥
ধৈৰ্য্যে কোটি এক মেৰু তহি পটন্তৰ।
শ্ৰমত সমান তহি কোটি মহেশ্বৰ॥
কোটি এক সূৰ্য্য সম তহি প্ৰতাপত।

এক কোটি যম সম তুহিকে ক্ৰোধত॥
বিলাসত সম তুহি কোটি পুৰন্দৰ।
শীতল চন্দ্ৰ কোটি তুহি সমসৰ॥
গজেন্দ্ৰ কোটিকো জিনি গমন গম্ভীৰ।
কোটি হেমৱন্ত জিনি নিকম্প শৰীৰ॥
অমৃত কোটিতো কৰি দেখয় মধুৰ।
ৰূপে কোটি কন্দৰ্পৰো দৰ্প কৰে চুৰ॥
তুহি দুৰ্গা কোটি সম শত্ৰু মৰ্দ্দনত।
ইতিনি ভূবনে সম নাহিকে দানত॥
কোটি এক বহ্নি তুহি তেজত সমান।
বৃহস্পতি কোটি জিনি শাস্ত্ৰত সুজান॥
এক কোটি ব্ৰহ্মা সম তুহিকে মানত।
ধনুৰ্গুণে সম নাহি ইতিনি লোকত॥
আনো নানা গুণ যত আছয় ৰামত।
ত্ৰিভুবনে মাজে কোনে বৰ্ণাইবে শকত॥
অনন্ত শকতি ধৰ পৰম ঈশ্বৰ।
যাহাৰ কিঙ্কৰ হৰ ব্ৰহ্মা পুৰন্দৰ॥
যাক যোগেশ্বৰ সবে চিন্তন্ত ধ্যানত।
তেন্তে ৰামৰূপে আসি ভৈলন্ত বেকত॥
নিজ গুণ যশ মহাধৰ্ম্ম মাজে সাৰ।
কৃপায় কৰিলা আসি লোকত প্ৰচাৰ॥
আক শুনি শুণিয়া তৰোক সৰ্ব্বজনে।
ঈশ্বৰৰ অৱতাৰ এহিসে কাৰণে॥
ৰাৱণ মাৰণ তান কোন প্ৰয়োজন।
যাৰ কটাক্ষতে কোটি ব্ৰহ্মাণ্ড উছন॥
মাৰিলে ৰাৱণ কোন পৌৰুষ তাহাৰ।
যাক জিনিলেক বালি বনৰ বানৰ॥
হেন ৰাম চৰণত কৰিয়োক ৰতি।
আন পৰিহৰি ৰামদেৱে কৰা মতি॥
অনিত্য সংসাৰ বিলম্বত কাজ নাই।
চিন্তামণি জন্ম হেৰা হাতত হেৰাই॥
শুনা সভাসদ পদ ব্যাসৰ চৰিত।
এহিসে প্ৰধান ধৰ্ম্ম জানিবা কলিত॥
মনুষ্য হৈবাৰ প্ৰয়োজন এহিমান।
বোলা ৰাম ৰাম হৌক পাতক নিৰ্ব্বাণ॥

## মারীচ সুবাহু বধার্থে রাম লক্ষ্মণক আনিবলৈ বিশ্বামিত্রর আগমন।

### দুলরি

শুনা আত পরে কথা নিরন্তরে
চরিত্র যেন রামর।
পরলোক হিত ঋষি বিশ্বামিত্র
আরম্ভিলা যজ্ঞবর॥
মারীচ সুবাহু নামে দুইজন
রাক্ষস অতি দুর্জন।
চতুর্দ্দশ কোটি রাক্ষসা সহিত,
করয় যজ্ঞ উৎপন॥
বারবারে ঋষি আরম্ভ যজ্ঞ,
অনেক করি যতন।
রক্তময় বৃষ্টি করিয়া সমস্ত,
রাক্ষসে করে ধ্বংসন।
সমস্তে রাক্ষস জন্ম হোরে যেরে
শাপে ঋষি করি কই।
নশপন্ত ক্রোধ উপজিয়া মরে
তপভ্রংশ হোবে নাই॥
যিহেতু রাক্ষস যজ্ঞ নষ্ট করে,
ঋষির মনে অসুখ।
উত্তলথ জল চিত্ত অসন্তোষ,
উপজয় বর দুখ॥
পাচে ধ্যান করি সকল বৃত্তান্ত
জানিলন্ত মুনিবরে।
রাক্ষস বধিতে অবতারি হরি
আছা দশরথ ঘরে॥
তাক আনি সবে রাক্ষস মরায়া'

কৰোঁ যজ্ঞ সমাপতি ।
এহি মনে গুণি চলিলন্ত মুনি
ৰামক আনিবে প্ৰতি ॥
দশৰথ ৰাজা পুত্ৰবতে প্ৰজা
পালি সুখে অযোধ্যাত ।
আছন্ত নৃপতি যেন সুৰপতি
বসিয়া দিবা সভাত ॥
বশিষ্ঠ প্ৰমুখ্যে পুৰোহিত সবে
বসি আছা ৰঙ্গমনে ।
ইন্দ্ৰৰ আগত বৃহস্পতি আদি
হেন মহামুনি গণে ॥
সুমন্ত্ৰ সহিতে মহামন্ত্ৰী সবে,
ৰাজাক আছে উপাসি ।
সেহি সময়ত বিশ্বামিত্ৰ মুনি
তথাতে মিলিল আসি ॥
দেখিয়া নৃপতি সমাজে সহিতে,
উঠিলা আতি সত্বৰে ।
প্ৰণাম কৰিয়া, চৰণৰ ধূলি,
মাথাত লৈলা সাদৰে ॥
সুবৰ্ণ আসন আনিয়া নৃপতি,
সমাজৰ মাজে দিলা ।
সমস্তকে আশী- ৰ্ব্বাদ কৰি ঋষি,
আসনে আসি বসিলা ।
আপুনি চৰণ ধুৱাই দশৰথে
পাদোদক লৈলা মাথে ।
পৰম সাদৰে, সঅৰ্ঘে ঋষিক
পুজিলা পৃথিবীনাথে ॥
যোৰহাতে ৰাজা মধুৰ বচনে
কুশল বাৰ্ত্তা পুছিল ।

তযু দৰশনে, অমৃতৰ পানে
সন্তোষ যেন মিলিল ॥
আপোনাৰ নিজ ভৃত্য বুলি মোক
ধৰিবাহা মুনিৰাজ ।
আজ্ঞা কৰিয়োক, সম্প্ৰতি তোমাৰ
সাধোঁ মই কিবা কাজ ॥
ৰাজাৰ বচন শুনি বিশ্বামিত্ৰ
ভৈলা আতি হৰ্ষ মন ।
ৰাজাক বোলন্ত শুনিয়ো নৃপতি
যেন মোৰ প্ৰয়োজন ॥
বাৰম্বাৰে আসি যজ্ঞ আৰম্ভিলোঁ
অনেক কৰি যতন ।
মাৰীচ সুবাহু ৰাক্ষসে আমাৰ
কৰয় যজ্ঞ উছন ॥
অনেক সম্ভাৰ আনি আৰু বাৰ
চাহোঁ যজ্ঞ কৰিবাক ।
ৰাক্ষসক মাৰি যজ্ঞ ৰাখিবাক
ৰামক দিয়োক মোক ॥
শুনিয়া ৰাজাৰ মাথাত পৰিল
বজ্ৰৰ যেন প্ৰহাৰ ।
উভয় সঙ্কটে পৰিয়া নৃপতি
দেখন্ত দুখে আন্ধাৰ ॥
ৰামক নিদিলে, শাপ দিয়া ঋষি
কৰিবেক বংশ চন ।
ঋষিৰ সঙ্গত ৰামক পঠালে,
হৈবেক মোৰ মৰণ ॥
একভিতি বাঘে খেদে আনভিতি
নদী ঘোৰ বাৰিধাৰ ।
জাম্প দিলে মৰে, জাম্প নেদিলেও,

বাঘে লবে প্ৰাণ তাৰ ॥
সেহি পটন্তৰ, পায়া আছে মোক,
কৰিবোঁ কোন উপায় ।
হেন মনদুখে থাকি ৰাজা পাচে
মাত্তিলা ঋষিক চাই ॥
বাৰ বৰিষৰ ছাৱা ৰাম মোৰ,
শিশুমতি অতিশয় ।
কিমতে ৰণত মাৰিবেক ৰামে
ৰাক্ষস বৰ ‘দুৰ্জ্জয় ॥
ব্ৰহ্মাৰ বৰত ৰাক্ষস গণৰ
বাঢ়িল বল অপাৰ ।
সৈন্য সমে গৈয়া ৰাক্ষস মাৰিয়া,
ৰাখিবোঁ যজ্ঞ তোমাৰ ॥
আপুনি চলিবোঁ, ৰামক নেদিবোঁ,
বুলিলোঁ দৃঢ় বচন ।
শুনি বিশ্বামিত্ৰ, ৰাজাক বোলন্ত,
দুৰ্বুদ্ধি তোমাৰ মন ॥
ৰামত বিনাই ৰাক্ষস মাৰিতে
শকতি আছে কাহাৰ ?
আমাক ভাণ্ডিয়া বচন বোলাঁহা,
বুজিলোঁ বোল তোমাৰ ॥
ৰামক নিদিয়া আশা ভঙ্গ কৰি,
পালটি পঠোৱা মোক ।
কোপ দেখি ৰাজা বোলে যোৰহাতে,
মহাঋষি শুনিয়োক ॥
তোমাৰ ক্ৰোধত কম্পে ত্ৰবত্ৰৰি
ব্ৰহ্মা আদি দেৱগণ ।
হেনয় তোমাৰ আগে কোন কওঁ
আমি অতি অজ্ঞজন ॥

কত দুখে মই পাইলোঁ হে৷ ৰামক
দেৱতা সবৰ বৰে।
তোমাৰ লগত তাক পঠাই দিলে,
মাৰিবেক নিশাচৰে॥
ধনজন যত প্ৰাপত কৰিয়া
ৰামেসে অতি প্ৰধান,
একক্ষণ মান দেখিতে নাপাইলে
নৰহে মোৰ পৰাণ॥
হেনয় ৰামক কিমতে পঠাইলোঁ
ৰাক্ষসক যুঝিবাক।
ইন্দ্ৰ আদি কৰি ত্ৰিদশ সকলে
হাৰিয়া আছে যাতাক॥
সিতো ৰাক্ষসক কিমতে যুঝিব
অবোধ মোৰ ছৱালে।
নিদিলেও শাপি কৰিলাহা তপ,
জানিলোঁ প্ৰাপিলে কালে॥
হৰি হৰি বিধি, কি কাম কৰিলোঁ,
পৰিলোঁ মহাবিপাকে।
ৰাম হেন পুত্ৰ পায়াও নাপাইলোঁ,
দণ্ডিলে দৈৱে আমাকে॥
ৰামক পঠাইলে মৰিব কৌশল্যা,
আমিও মৰিবোঁ প্ৰাণে।
ৰামক নেদেখি মৰিব সকলে
যত নৰ-নাৰী মানে॥
দান্তে তৃণ ধৰি তোমাত মাগোঁহো,
ৰামক দিওক মোক।
তোমাৰ প্ৰসাদে অযোধ্যাৰ লোকে
নপাওক ৰামৰ শোক॥
তোমাৰ লগত আপুনি চলিবোঁ

কটক লৈয়া অপাৰ।
তোমাৰ যজ্ঞক ৰাখিবোঁ কৰিয়া
ৰাক্ষসক বৃন্দামাৰ ॥
যদি উথাপিতো ৰামক নেৰাঁহা,
স্বৰূপ বোলোঁ বচন।
নিৰন্তৰে লোক ৰামৰ লগত
চলি যাইবো তপোবন ॥
ৰাম বিনে আমি অযোধ্যা নগৰে
সাধিবোঁ কমন কাম।
সমজ্যাৰ লোক পাতক ছাৰোক
ডাকি বোলা ৰাম ৰাম ॥

## ৰাম লক্ষ্মণক নিদিয়াত ঋষিৰ কোপ
## আৰু ৰাম লক্ষ্মণক লৈ ঋষিৰ গমন

### পদ

দশৰথ নৃপতিৰ শুনিয়া বচন।
মহাকোপ কৰি বোলে গাধিৰ নন্দন॥
ৰঘুৰ বংশত তুমি ভৈলা উতপতি।
ধৰ্ম্মশীল হয়া অধৰ্ম্ম কৈলা অতি॥
পুত্ৰৰ স্নেহত মোক কৰস নৈৰাশ।
মিছা মোহজালে পৰি কৰ ধৰ্ম্মনাশ॥
নজানস কত গুণ আছয় ৰামত।
বাহুবলে জিনিবাক পাৰে দিগগজত॥
ৰাক্ষস মাৰিব ৰামে হৈবো কোন কাজ।
বিমুখ কৰহ ৰাজা দিয়া মোক লাজ॥
কপটে ভাণ্ডিয়া মোৰ আশা কৰ ভঙ্গ।
সবংশে নাশিবে পুত্ৰ মোৰ ভৈলে খঙ্গ॥
আছন্ত বশিষ্ঠ তোৰ মন্ত্ৰণাৰ বাদ।
তাৰ বোলে অপমান আমাক লগাস॥
সত্যে সত্যে বোলোঁ ৰাজা মই নিষ্ঠ কৰি
নিদিলি ৰামক যাওঁ ক্ৰোধে পৰিহৰি॥
নিষ্ঠুৰ বচন ৰাজা শুনিয়া মুনিৰ।
পৃথিবী কম্পয় যেন গাত্ৰ নোহে স্থিৰ॥
আছোক নৃপতি চৰাচৰ কম্পি গৈল।
প্ৰলয়ৰ কাল যেন উপগত ভৈল॥
ক্ৰোধে প্ৰকম্পিত বিশ্বামিত্ৰ মুনিবৰ।
দেখি অন্তৰীক্ষ বায়ু ভৈল নিৰন্তৰ॥
পাত্ৰ মিত্ৰ সমে দশৰথ মহাৰাজ।

ভয় ত্ৰাসে ভৈল যেন মৃতক পৰায় ॥
অনন্তৰে বশিষ্ঠে দেখিয়া তমোময়।
ৰাজাক বোলন্ত শুনিয়োক মহাশয় ॥
প্ৰথমে ঋষিক তুমি বুলিলা বচন।
"বুলিয়োক ঋষিক কিবা সাধো প্ৰয়োজন ॥"
কদাচিতো ব্যৰ্থ নোহে বচন তোমাৰ।
এতেকে ৰামক দিতে ভৈল অঙ্গীকাৰ ॥
সিটো অঙ্গীকাৰ আবে লাৰিবা কিমতে।
তুমি সত্যৱন্ত হেন জানয় জগতে ॥
নকৰিবা ৰাজা সত্যধৰ্ম্ম পৰিহাৰ।
তুমি সত্য লঙ্ঘিলে ৰাখন্তা নাহি আৰ ॥
সত্য সম ধৰ্ম্ম আৰ পুৰুষৰ নাই।
জানি ঋষি সঙ্গে দিয়া ৰামক পঠাই ॥
তাঙ্ক নপঠালে বিশ্বামিত্ৰ দিবে শাপ।
গাধিৰ তনয় মহা প্ৰচণ্ড প্ৰতাপ ॥
হেন জানি ৰামৰ নিমিত্তে এৰা শোক।
ঋষিৰ বচন ৰাখি ৰামক দিওক ॥
তাঙ্ক পাইলে ঋষিৰ সন্তুষ্ট হৈবে চিত।
নানা অস্ত্ৰে সস্ত্ৰে বিশ্বামিত্ৰ সুশিক্ষিত ॥
মুনি সবে অস্ত্ৰ শিক্ষা দিবন্ত ৰামক।
তাকে লৈয়া ৰামে জিনিবেক ৰাক্ষসক ॥
বিশেষত বিষ্ণু ৰামৰূপে অৱতাৰ।
ৰাক্ষসকুলক ৰামে কৰিব সংহাৰ ॥
অল্পমাত্ৰো চিন্তা নকৰিবা মহামানী।
দশৰথ ৰাজা বশিষ্ঠৰ শুনি বাণী ॥
পাইলন্ত ভৰসা আন শান্ত ভৈল হিয়া।
জিজ্ঞাসা কৰন্ত ৰাজা ৰামক আনিয়া ॥
আসি আছে বিশ্বামিত্ৰ তোমাক নিবাক।
ৰাক্ষসক মাৰি ৰাম যজ্ঞ ৰাখিবাক ॥

শুনি ৰামচন্দ্ৰৰ হৰিষ হৈল মনে।
পিতৃক বোলন্ত ৰামে প্ৰসন্ন বদনে॥
কত ভাগ্যে ইসব কাৰ্য্যক পায় লাগ।
মোক প্ৰতি চিন্তা নকৰিবা মহাভাগ॥
পুত্ৰ হয়া নাপালয় পিতৃৰ বচন।
চিৰকালে নৰকত পচে সিতো জন॥
প্ৰচণ্ড প্ৰতাপ মুনি গাধিৰ কুমাৰ।
আহান কাৰ্য্যত চিন্তা কৰা পৰিহাৰ॥
ৰামৰ বচনে ৰাজা হৈলা হৰষিত।
মৰাৰ মুখত যেন পৰিল অমৃত॥
ঋষিৰ হাতত ৰাজা পুত্ৰ সমৰ্পিল।
নমস্কাৰ কৰি ৰাজা বচন বুলিল॥
ৰাম মোৰ ধন জন জীৱ মন প্ৰাণ।
ৰাম বিনে গতি মোৰ নাহি নাহি আন॥
পাইলোঁহো ৰামক পুত্ৰ কত তপস্যায়।
আৰে জ্ঞান গুণ জানিবেক তযু ঠাই॥
কিছুৰে নাজানে ৰাম ছৱাল চঞ্চল।
জানিবে অন্তৰ সন্ধি তোমাত সকল॥
তোমাৰ সেৱক ৰাম হৈল আজি ধৰি।
নিজ দাস বুলি পালিবাহা যত্ন কৰি॥
ৰাঘৱক পায়া মুনি হৈলন্ত সন্তোষ।
পুষ্প বৰষিলা দেৱে কৰি জয়ঘোষ॥
সেহি বেলা যোৰহাতে উঠিল লক্ষ্মণ।
ৰামক বুলিলা কৰি চৰণে বন্দন॥
মোক সঙ্গে নিয়া প্ৰভু জগতৰ পতি।
তোমাৰ চৰণ বিনে মোৰ নাহি গতি॥
যথা তথা যাইতে নাথ নেবিবা আমাক।
দাস হয়া সেৱা প্ৰভু কৰিবোঁ তোমাক॥
হাসে ৰাজা লক্ষ্মণৰ শুনিয়া কথন।

ৰামৰ সঙ্গত চলি যাইবন্ত লক্ষ্মণ ॥
দুই পুত্ৰ দিলা ৰাজা ঋষিৰ লগত ।
যাত্ৰা সুমঙ্গল কৰিলন্ত যত যত ॥
আপোনাৰ অস্ত্ৰ যন্ত লৈয়া দুয়ো জন ।
দুই ভাই বশিষ্ঠক কৰিলা বন্দন ॥
পিতৃক মাতৃক কৰিলন্ত নমস্কাৰ ।
দশৰথে দুইকো শিক্ষা দিলা বাৰে বাৰ ॥
পালিবাহা দুহু ভাই ঋষিৰ বচন ।
থাকিবাহা সদায় ঋষিৰ বুজি মন ॥
ঋষিৰ ক্ৰোধত সবে বংশে হৈবো নাশ ।
সৰ্বদাই থাকিবা ঋষিৰ পালি আশ ॥
এই বুলি পুত্ৰ দুহুকো সাৱটি ধৰিলা ।
শিৰ ঘ্ৰাণি দুহুন্তৰ মুখে চুমা দিলা ॥
কৌশল্যা সুমিত্ৰা দুয়ো পুত্ৰক ধৰিয়া ।
কৰিলা চুম্বন চক্ষু সজল কৰিয়া ॥
অন্তঃপুৰ মাজত আছয় যন্ত প্ৰাণী ।
মেহে সবে লোকৰ চক্ষুৰ পৰে পানী ॥
যাত্ৰা কৰি বাজ ভৈলা শ্ৰীৰাম লক্ষ্মণ ।
দুইকো লৈয়া বিশ্বামিত্ৰ কৰিলা গমন ॥
আগ ভৈলা ঋষিৰাজ হৰিষ মনত ।
মাজত চলিল ৰাম লক্ষ্মণ পিচত ॥
ঊৰ্দ্ধমুখে চাহিয়া থাকিল সৰ্বজন ।
ৰামৰ লগতে গৈল সমস্তৰে মন ॥
জঁইয়া পৰিল লোক বিয়োগে ৰামৰ ।
শূন্য যেন ভৈল সিতো অযোধ্যা নগৰ ॥
শ্ৰীৰামৰ বিয়োগে আকুল ভৈল চিত ।
সূৰ্য্য অস্ত গৈলে যেন কমল মুদিত ॥
চলি যান্ত দুয়ো ভাই পিচত ঋষিৰ ।
গজেন্দ্ৰ জিনিয়া দুইৰো গমন গভীৰ ॥

যেন শিশু সিংহ লীলাগতি চলি যায়।
অম্বুতে বরিষে যেন ষিদিশক চায় ॥
সুরাসুরে সেবা করে যার চরণত।
হেন রাম চলি যায় ঋষির পাছত ॥
পরম কোমল পদ গমন মধুর।
অতি সুকুমার অঙ্গ লাবণ্য প্রচুর ॥
রত্নে বিরচিত শোভে পিঠিত তৌণব।
কাঞ্চন ধবল ভুরে। হাতে ধনুশর ॥
প্রকাশে শরীরে রত্নময় অলঙ্কার।
দেখয়া লোকর মন হরয় সবার ॥
পরম হরিষে দুয়ো যান্ত ঋষি সঙ্গে।
আগে প্রহরর পথ বহি গেলা রঙ্গে ॥
রামর দেখিয়া মুখ হরিষ ঋষির।
অনন্তরে পাইলা গৈয়া সরযুর তীর ॥
দেখি রামচন্দ্রর হরিষ ভৈলা মন।
বিশ্বামিত্রে বুলিলন্ত রামক বচন ॥
সরযু নদীর কথা শুনিয়োক রাম।
পরম নির্মল জল তীর্থ অনুপম ॥
করিয়োক স্নান দুয়ো সরযুর জলে।
বাড়িবেক বল শ্রম গুচিবে সকলে।
ত্রিভুবন মধ্যে রাম পুরুষর উত্তম।
মহাবলশালী হৈবা বিপুল বিক্রম ॥
ক্ষুধা তৃষ্ণা এরো জর ব্যাধি নিপীড়িব।
গুচিব আয়াস বশে জগত হরিব।
ত্রৈলোক্যর অধিপতি হুয়িবে ঈশ্বর।
ইতো জগতর হৈবা একেশ্বর ॥
ঋষির বচন শুনি হরিষ মনত।
বিধিমতে স্নানিলন্ত সরযু জলত ॥
ঋষিও করিলা স্নান সন্ধ্যা যত যত

বসিলা তিনিও সেই নদীৰ কুলত ॥
বুলিলন্ত ঋষি ৰঙ্গে ৰামক বচন।
দিওঁ মহামন্ত্র বিদ্যা লৈয়ো দুয়োজন ॥
যাহাক জানিলে শ্রম গুচয় সকল।
হোৱে মহাধনৱন্ত বাঢ়ে তেজবল ॥
এহি বুলি দুয়ো ভাইত মন্ত্র কহিলন্ত।
ত্রিভুৱনে সাৰ বিদ্যা দুভাইক দিলন্ত ॥
মন্ত্র পায়া দুভাইৰ হৰিষ মিলিল।
ঋষিৰ সঙ্গে ৰঙ্গে তথা ৰজনী বঞ্চিল ॥

# তাড়কা ৰাক্ষসী বধ

প্ৰভাতে উঠিয়া নিত্য কৰি সমাপত।
চলিলা ত্বৰিতে দুয়ো ঋষিৰ সঙ্গত।
সুললিত লীলাগতি গমন সুধিৰ।
কৌতুহলে পাইলা গৈয়া মন্দাকিনী তীৰ।
দেখিয়া বিচিত্ৰ এক স্থান অনুপাম।
কাহাৰ আশ্ৰম বুলি পুছিলন্ত ৰাম।
ঋষিয়ে বোলন্ত ইটো অনঙ্গ ভুবন।
মদনক ইহাতে দহিলা ত্ৰিলোচন।
অনঙ্গ কোহক বাবে এৰাই তিনিজনে।
তাড়কাৰ বন গৈয়া পাইলা বক মনে।
ৰামচন্দ্ৰে পুছিলা ঋষিৰ চাপি পাশ।
কহিয়োক মুনি ইটো কাহাৰ নিবাস।
মুনিয়ে বোলন্ত ৰাম শুনা মহাৰথী।
এহিতো বনত থাকে তাড়কা ৰাক্ষসী।
বিকট দশন তাইৰ ৰূপ ভয়ঙ্কৰ।
ব্ৰাহ্মণ তপস্বী মাৰি খাইলেক বিস্তৰ।
যত লোক খাইলে কোনে লেখ কৰে তাক।
ত্ৰৈলোক্যৰ লোক পাইলে পাৰে খাইবাক।
চোৰায়া শিলৰ মাথা বৃক্ষ মাত্তৰ।
ছৰালৰ মুণ্ড তাইৰ কুণ্ডল কৰ্ণৰ।
মনুষ্যৰ তেজে তাই বসন পখালে।
গাৱৰ কাপৰ তাইৰ মনুষ্যৰ ছালে।
তাইৰ ডৰে নৰে আটাই ই পথে নযায়।
আমি কোন পথে যাইবোঁ কহিয়ো উপায়।
প্ৰহৰেক লাগে যেবে যাই এহি পথে।
তৃতীয় প্ৰহৰ লাগে দক্ষিণৰ পথে।

অগবা এবায়া যাওঁ মোৰ হেন মন।
শুনি ৰামচন্দ্রে হাঁসি বুলিলা বচন॥
কিসক ইবোল বোলা তুমি মুনিৰাজে।
চমু এৰি দূৰ পথে যাইবোঁ কোন কাজে॥
লক্ষ্মণক চাহি পাছে বুলিলন্ত ৰাম।
স্ত্রীবধ হৈবে পাপ কৰোঁ কোন কাম॥
লক্ষ্মণে বোলন্ত কেনে বোলা হেন মত।
পিতৃয়ে পঠাই আছে ঋষিৰ লগত॥
মুনি যিবা বোলে কৰিবাহা সেহি কর্ম্ম।
গুৰুৰ বচনে কিছু নাহিকে অধর্ম্ম॥
শুনি বুলিলন্ত ৰাম নকৰিবা ভয়।
ৰাক্ষসী মাৰিলে কিছু দোষ নোপজয়॥
বিস্তৰক অপকাৰ যিজনে কৰয়।
নাহি দোষ তাক মাৰি পুণ্যাসে লভয়॥
মাৰীচ সুবাহু দুই পুত্র তাড়কাৰ।
মাৰি মাৰি খাইল গৰু ব্রাহ্মণ অপাৰ॥
তাড়কা খাইলেক গৰু মানুষ বিস্তৰ।
তাক মাৰি পাইবা ৰাম পুণ্য বহুতৰ॥
শুনিয়া টঙ্কাৰ কৰিলেক ৰঘুবৰে।
তাড়কাক মাৰোঁ আজি একপাট শৰে॥
মাতুহৰ শব্দ শুনিয়া নিশাচৰী।
ক্রোধে খেদি আসে দিশ অন্ধকাৰ কৰি॥
কর্ণে লৰবৰ কৰে মুণ্ড মানুষৰ।
বদন প্রকটি আসে যম সমসৰ॥
কৰে মৰমৰ গাৱে ছাল মানুষৰ।
পর্ব্বত সমান ঘোৰ ৰূপ ভয়ঙ্কৰ॥
শাল বৃক্ষ সদৃশ মেলিয়া দুই বাহু।
সূর্য্যক চাকিবে যেন খেদি যায় ৰাহু॥
ৰামক দেখিয়া ভীম তেজিলা আটাস।
ত্রৈলোক্যৰ লোকৰ লাগিল মহাত্রাস॥

সকল ব্রহ্মাণ্ড জুড়ি প্রতিধ্বনি গেল।
বজ্র পড়ে বুঝি সর্বজন ভয় হৈল॥
পাতাল সদৃশ করি মেলি গাটি বায়া।
সবাকে খাইবারে যায় পাপিষ্ঠী কম্পায়া॥
রাক্ষসীক দেখি ঋষি মহাভয় হৈলা।
রামের পিছে হৈলা তার ছলা হৈলা॥
ঋষিক আশ্বাসি রামে যুড়িলেন বাণ।
তাড়কার উদ্দেশ্যে করিল সন্ধান॥
সবকিংসা বাণ হৃদয়ন্ত গেল পশি।
দোঁহোর আক্রোশ দিয়া পড়িল রাক্ষসী॥
বজ্রের প্রহারে যেন পর্বত পড়িল।
তাড়কা ত্যজিল প্রাণ পৃথিবী কাঁপিল॥
আকাশে আনন্দ মিলিল দেবতার।
জয় জয় রাম বলি করেন জোকার॥
রামের শিরেতে বরষিল পারিজাত।
দুন্দুভি শব্দে নাচে তুলি দুই হাত॥
দারুণী রাক্ষসী মরি গেল যমঘর।
রামের প্রসাদে সুখ পাইল লোকের॥
রাক্ষস বধিতে প্রভু হৈলা অবতার।
প্রথমেতে রামে প্রাণ লৈলা তাড়কার॥
দেখি বিশ্বামিত্রের হরিষ হৈল মন।
রামক বুলিলা মুনি প্রশংসা বচন॥
ধন্য ধন্য রাম তুমি পুরুষ প্রধান।
একপাট শরে রাক্ষসীর লৈলা প্রাণ॥
ঘুচিল দুর্গতি রাম তোমার প্রসাদে।
হয়ো চিরজীবি রাম মোর আশীর্বাদে॥
তোমার নিশ্চল যশ রহুক অশেষ।
অনন্তরে হৈলা আসি রজনী প্রবেশ॥
মহাসুখে সিদ্ধো রাত্রি বঞ্চিলা তথাতে।

রামক মাতিলা ঋষি উঠিয়া প্রভাতে ॥
তোমার বিক্রমে রাম তুষিলা আমাক।
নানা অস্ত্র দিয়া মই তুষিবোঁ তোমাক ॥
মন্ত্রে সমে ব্রহ্ম অস্ত্র লৈয়ো মহাশয়।
দিবোঁহো বৈষ্ণব অস্ত্র ত্রৈলোক্য বিজয় ॥
রুদ্র মন্ত্র সমন্বিতে দিবোঁ রুদ্র শর।
বজ্রসায় সমে অস্ত্র দিবোঁ বাসবর ॥
শিখাইবোঁ অগ্নির বাণ পরম বিক্রম।
লৈয়োক গরুড় বাণ আন্তি নিরুপম ॥
শিখাওঁ গন্ধর্ব বাণ বৈরী ক্ষয়কর।
সংগ্রাম বিজয়ী বাণ লৈয়ো গন্ধর্বর ॥
শক্তি তোমর ত্রিকণ্টক করিয়াল।
অসি অর্দ্ধচন্দ্র শেল শূল ভিন্দিপাল ॥
থর খুর ত্রিকোণ বিশাল টাঙ্গি ভল্ল।
পরিঘ পট্টিশ গদা পরশু মুষল ॥
হরিত লোহিত প্রাস শতঘ্ন কুলিশ।
ব্যাঘ্রমুখ নাগপাশ ত্রিশূল নিস্তৃংশ ॥
কুবের বরুণ বাণ স্তম্ভন মোহন।
সহ অহিপত্র বায়ু বাণ বিতোপন ॥
লৈয়ো নিশাচক্র অস্ত্র ত্রিভুবনে সার।
চন্দ্র সূর্য্য মন্ত্র অস্ত্র শক্র ক্ষয়কার ॥
যম অস্ত্র দিবোঁ যমদণ্ড সমসর।
শিখিয়োক দিব্য অস্ত্র মন্ত্র নিরন্তর ॥
অসুর মানুষ যক্ষ রক্ষ নিশাচর।
শিখাবোঁ তোমাক মায়া মোহ যত শর ॥
স্নান করি আসি অস্ত্র লৈয়োক এখনে।
শুনি রাম লক্ষ্মণে হরিষ ভৈলা মনে ॥
স্নান করি ঋষির আগত বসিলন্ত।
নানা অস্ত্র শাস্ত্র মুনি দুইকো শিখাইলন্ত ॥
বিশ্বামিত্র ঋষির ভৈলন্ত দুয়ো শিষ্য।
অস্ত্র শিখি দুয়ো ভাই মনত হরিষ ॥

# মাৰীচ সুবাহু বধ

অনন্তৰে ঋষি ৰাম লক্ষ্মণক লৈয়া।
ৰঙ্গমনে তপোবনে প্ৰবেশিলা গৈয়া॥
বিশ্বামিত্ৰে বুলিলন্ত শুনিয়োক ৰাম।
এহি তপোবন মোৰ সিদ্ধাশ্ৰম নাম॥
মাৰীচ-সুবাহু এহি বনৰ ভিতৰ।
আছে দুইৰো সঙ্গে চৌধ কোটি নিশাচৰ॥
বাধিবা আমাৰ যজ্ঞ তাক মাৰি ৰণে।
আনিলোঁ তোমাক মই এহিসে কাৰণে॥
ৰাক্ষসক মাৰি দিয়া আমাক নিৰ্ভয়।
তোমাৰ প্ৰসাদে হৌক যজ্ঞৰ উদয়॥
শুনি ৰামচান্দ্ৰ বুলিলন্ত এহি হৌক।
মাৰিবোঁ ৰাক্ষস সুখে যজ্ঞ কৰিয়োক॥
শুনি মুনিবান্ধৱ হৰিষ হৈলা মনে।
ৰামক দেখিলা আসি যত মুনিগণে॥
ফলে মূলে দুয়ো ভাইক কৰাইলা ভোজন।
পাচে তৃণশয্যাত শুতিলা দুয়ো জন॥
ৰজনী প্ৰভাতে উঠি মুনিগণ যত।
স্নান সন্ধ্যা তৰ্পণ কৰিয়া সমাপত॥
যজ্ঞৰ সম্ভাৰ মানে একত্ৰ কৰিল।
শুভক্ষণে মুনিগণ যজ্ঞ আৰম্ভিল॥
ৰামক বুলিলা বিশ্বামিত্ৰ মুনিবৰ।
স্নান কৰি নিয়মে ধৰিয়ো ধনুশৰ॥
শুনি ৰাম লক্ষ্মণে কৰিলা গৈয়া স্নান।
দুয়ো ভাই নিয়মে ধৰিলা ধনুৰ্বাণ॥
অনন্তৰে ঋষিৰাজে কৰিয়া যতনে।
মধ্যে ৰাম লক্ষ্মণৰ ৰাখিলন্ত কোণ॥

মণিবন্ধ কণ্ঠা দিলা দুয়ো ভাইৰ গলে।
ঋষিক পুছিলা ৰামচন্দ্ৰ কৌতুহলে ॥
কেতিক্ষণে আসিবেক ৰাক্ষস দুৰ্জ্জন।
ঋষিয়ে বোলন্ত ৰাম শুনিয়ো বচন ॥
ৰাত্ৰি দিনে মৌন ব্ৰত দিন ছয় মানে।
শৰ ধনু ধৰি দুয়ো থাকা সাৱধানে ॥
আসিব ৰাক্ষস ছয় দিন অনন্তৰে।
দুয়ো ভাই শৰ কৰি মাৰিবা সত্বৰে ॥
শুনি ধনু ধৰি ৰাক্ষসক বাট চাই।
উজাগৰে ৰৈলা সাৱধানে দুযো ভাই ॥
বিশ্বামিত্ৰ মুনি যজ্ঞ কৰিবাক লৈল।
আচাৰ্য্য ব্ৰাহ্মণ তিনি সহস্ৰেক ভৈল ॥
মণ্ডল নিয়মে বেদ মন্ত্ৰ উচ্চৰিলা।
সঙ্গোপাঙ্গে ঈশ্বৰক পূজিবে লাগিলা ॥
নিৰন্তৰে পূজিলেক ছয় দিনমান।
অগ্নি থাপিলন্ত কুণ্ড কৰিয়া নিৰ্ম্মাণ ॥
দিলন্ত আহুতি আতি কৰি বেদধ্বনি।
ঘৃতৰ সুৰভি ঘ্ৰাণ উঠি গৈল চানি ॥
অৰণ্যৰ পৰা নিশাচৰ গন্ধ পাইল।
মাৰীচ সুবাহু যজ্ঞ বিধ্বংসিবে আইল ॥
চৌধ কোটি নিশাচৰ আসিল লগত।
মাৰীচ ৰাক্ষস আইল সবাৰো আগত ॥
পিচত সুবাহু আসি ৰৈল মহাবল।
আকাশ ব্যাপিল যেন ঘোৰ মেঘদল ॥
যেন বজ্ৰ পৰে যাৰ তেজে ভয়ঙ্কৰ।
দেখি নিৰন্তৰে ঋষি ভয় ভৈলা বৰ ॥
পাচে ৰাম লক্ষ্মণে ঋষিৰ দেখি ভয়।
নাহি ভয় বুলি আশ্বাসিলা বহুতৰ ॥
মন্ত্ৰ পঢ়ি বাণে শৰ যুৰিলা বহুত।
দেখিয়া ৰাক্ষস ভয় ভৈল অদ্ভুত ॥

ভৈল অচেতন ৰহে বোম্বালে ৰুধিৰ ।।
নাপাৰে উশাস তেজ বহে নাকে মুখে ।
নমৰিল কথমপি জীৱ ৰব দুখে ।।
বাণ বিষে ক্ষণে ক্ষণে হোৱে প্ৰতিহত ।
ৰামময় মাত্ৰ দেখে সকলে জগত ।।
ৰামে পাইলে বুলি ভয় হোৱে স্বপনত ।
ৰাঘৱৰ শৰে লৈয়া ফুৰে আকাশত ।।
স্বপনে সচিতে সিতো ৰাম বিনে আন ।
নেদেখয় ৰামত লাগিল যেন ধ্যান ।।
নাযায় স্তুপুহায় তাৰ ৰামৰ ভয়ত ।
এৰিলে মাৰীচে বিষয়ৰ ভোগ যত ॥
সেহি ধৰি বিদায় লইয়া ৰাৱণত ।
তপ হেতু চলি গৈয়া ৰহিল বনত ॥
ৰাম লক্ষ্মণৰ দেখি বিক্ৰম সাক্ষাত ।
পুষ্প ৰৰিষিলা দেৱে দুইৰো মাথাত ॥
অদ্ভুত মহিমা দেখি ৰাম লক্ষ্মণৰ ।
ভৈলন্ত বিস্ময় মুনিগণ নিৰন্তৰ ॥
দুই ভাইক প্ৰশংসা কৰিলা বহুতৰ ।
ধন্য ৰাম লক্ষ্মণ সাৰ্থক ধনুৰ্দ্ধৰ ॥
ঈষত কটাক্ষে দুয়ো কৰি মহালীলা ।
চৌধ কোটি ৰাক্ষস ক্ষণেকে সংহৰিলা ॥
কৰ্ম দেখি জানিলোঁহো দুহিকা মানুষ ।
ভৈলা অৱতাৰ হৰি পৰম পুৰুষ ॥
ৰাক্ষস মাৰিয়া ভাৰ কৰিবা নিৰ্বাণ ।
সাধিলাহা জগতৰ পৰম কল্যাণ ॥
যাৰ নামে সাঙ্গ হোৱে ধৰ্ম কৰ্ম যত ।
হেন তুমি ভৈলা আসি সহায় যজ্ঞত ॥
জানিলোঁহো আমাৰ ভাগ্যৰ নাহি সীমা ।
এহি মতে দুহাকৰো ৰখানি মহিমা ॥

মুনিগণ সমে বিশ্বামিত্ৰ মহাঋষি।
পূৰ্ণা দিয়া যজ্ঞ সাঙ্গ কৰিলা হৰিষি॥
অগ্নি বিসৰ্জিয়া পাচে দক্ষিণা কৰিলা।
ৰাম লক্ষ্মণক সমে আশীৰ্বাদ দিলা॥
বিশ্বামিত্ৰ মুনিৰ হৰিষ অতি মন।
পৰমান্ন ভোজন কৰাইলা মুনিগণ॥
দানে মানে সমস্তৰে মন সন্তোষিলা।
সুবৰ্ণ ৰজত বস্ত্ৰ গাৰে গাৰে দিলা॥
ভৈলন্ত সন্তুষ্ট মুনিগণ নিৰন্তৰ।
ৰঙ্গমনে চলি গৈলা আপোনাৰ ঘৰ॥
ৰামৰ প্ৰসাদে বিশ্বামিত্ৰ মুনিবৰ।
যজ্ঞ সাঙ্গ কৰি ভৈলা হৰিষ বিস্তৰ॥
যোৰহাতে স্তুতিস্তুতি আতি দুইহাতৰ পাৰে।
আশীৰ্বাদ কৰি বুলিলন্ত বহু তাৰে॥
তুমি নাৰায়ণ দেৱ অনাদি অনন্ত।
তুমি যে যজ্ঞৰ ফলদাতা ভগৱন্ত॥
তুমিসে আপুনি ধৰ্ম কৰ্ম যজ্ঞ যন্ত্ৰ।
জানি সমৰ্পিলোঁ যজ্ঞ তযু চৰণত॥
তুমিসে কেৱল সত্য বোলোঁ পৰমাৰ্থ।
তোমাৰে প্ৰসাদে ৰাম ভৈলোঁহো কৃতাৰ্থ॥
তোমাৰ বিনাই আন সবে ব্যৱহাৰ।
ধৰ্ম প্ৰবৰ্ত্তাইবে প্ৰভু ভৈলা অৱতাৰ॥
আপুনি আচৰা ধৰ্ম মনুষ্যৰ নয়।
তোমাক ঈশ্বৰ বুলি কেহো নজানয়॥
যোগবলে ছন্ন হুয়া আছা মহাশয়।
ব্যৱহাৰ পালিবাক আমাৰ আশয়॥
যজ্ঞ ৰক্ষা কৰি হিত কৰিলা আমাক।
উচিত প্ৰসাদ আৰে কি দিবোঁ তোমাক॥

## ৰাম কৰ্ত্তৃক হৰধনু ভঙ্গ

### দুলৰি

অনন্তৰে মহা ঋষি বিশ্বামিত্ৰ,
ৰামঁ লক্ষ্মণক লই।
সহৰিষ মনে, মধুৰ গমনে,
মিথিলা পাইলন্ত গই॥
ঋষিৰ পাচত, হৰিষে মনত,
চলন্ত ৰাম লক্ষ্মণ।
যেন শিশু সিংহ, দেখিতে বিৰিঙ্গ,
গজৰ যেন গমন॥
মৃদু সুকোমল চৰণ যুগল
চলাৱন্ত লয়লাসে।
দিশ পাশ আতি কৰি প্ৰজ্বলিত,
ৰামৰ দেহ প্ৰকাশে॥
পৰম মধুৰ, লাৱণ্য প্ৰচুৰ,
সাক্ষাত যেন মদন।
মহা মনোহৰ মুৰুতি সুন্দৰ
দেখি চাৱে সৰ্ব্বজন॥
ঈষৎ হসিত ৰৰিষে অমৃত
দেখন্তা লোকৰ গাৱে।
ধয় মন প্ৰাণ নভাসে নয়ন,
যেতেক ৰামক চাৱে॥
জগত উতপতি চলে সৰ্ব্বজন
প্ৰশংসিয়া বহুভাৱে।
ইতো পুৰুষক তুলিলা কোনজ নে
সুবৰ্ণ মুদ্ৰিকীয়া যাৱে॥

যিতো ভাগ্যৱন্তী পাইলা আত্ম পুত্র
তাইব বিধি সুপ্ৰসন্ন ।
সিজনীৰ সম পুণ্য আনো আব
নতু কবে একো জন ॥
বামব সমান পুৰুষ উত্তম,
হ তিনি লোকত নাই ।
ত্ৰৈলোক্যৰ ৰূপ ইহান শৰীৰে
থৈল বিধি এক ঠাই ॥
সীতাব সদৃশ একেৰেসে বৰ
বিধি নিৰ্মিলন্ত জানি ।
সয়ম্বৰ সম যন্ত মিথিলাত
দৈৱে মিলাইলন্ত আনি ॥
জনক নৃপতি কি কাৰ্য্য কৰিলা
অঙ্গীকাৰ বিপৰীত ।
কঠিন ধনুক কোমল শৰীৰে
নপাৰিবে গুণ দিত ॥
হেন ৰঘুত, আপোন ইচ্ছায়ে,
সীতাক দিবে নপালা ।
যেন কোন জনে হাতৰ অমৃত
আপুনি ঠেলি পেলাইলা ॥
যেন নৱনিধি পায়া হেকৰাৰে
দৰিদ্ৰ আপোন দোষে ।
বামক দেখিয়া যত নৰ নাৰী
এহি মতে সবে ঘোষে ॥
মুনিৰ পিছত পৰম হৰিষে
চলন্ত ৰাম লক্ষ্মণ ।
বিশ্বামিত্ৰ মুনি সভাৰ পালা
পাইলা দৈয়া কতোক্ষণ ॥
জনক নৃপতি দেখি সচকিতে
উঠিলন্ত চালি পায় ।

আপুনি আসন পাৰিয়া দিলন্ত
বুলি আতি মৃদু ভাৱ॥
পাচে আতশিৰে পৰশি সাদৰে
কৰিলন্ত নমস্কাৰ।
সঅৰ্ঘে ঋষিক কৰিলন্ত পূজা,
হৰিষৰ নাই পাৰ॥
সুখে আসনত বসিয়া আছন্ত
বিশ্বামিত্ৰ মুনিবৰ।
দক্ষিণত ৰাম বামত লক্ষ্মণ
আৰো শিষ্য নিৰন্তৰ॥
গৌতমৰ পুত্ৰ, নামে শতানন্দ,
পুছিলা বিশ্বামিত্ৰত।
কাহাৰ কুমাৰ, ৰূপে মনোহৰ,
দেখি নতু হেন মত॥
শতানন্দ আগে ঋষি বিশ্বামিত্ৰে
কহিলা কথা সকল।
দশৰথ মহা ৰাজাৰ তনয়,
ৰাম এন্তে মহাবল॥
ৰামৰ কনিষ্ঠ, এহন্তে লক্ষ্মণ,
পৰম গুণে যুকুত।
চৰণে পৰশি মাতৃক তোমাৰ
কৰিলা ৰামে মুকুত॥
ৰামৰ চৰণ প্ৰসাদে অহল্যা
ঘোৰ শাপ নিস্তৰিলা।
গৌতম আসিয়া ৰামক প্ৰশংসি,
অহল্যাক সম্ভাষিলা॥
শুনি শতানন্দ ভৈলন্ত হৰিষ,
পাইলন্ত মাতৃ নিস্তাৰ।
ৰামক প্ৰশংসি, ঋষিক বোলন্ত
প্ৰসাদ ইতো তোমাৰ॥

নোহন্ত মানুষ পৰম পুৰুষ
জানিলোঁ ৰাম নিশ্চয়।
জগত নিস্তাৰ হেতু অৱতাৰ
হৈলা এহো মহাশয়॥
যিহো পদধূলি সদা আৰাধন্ত
ব্ৰহ্মা আদি দেৱগণে।
যাক আশা কৰি সৰ্ব্ব পুৰুষাৰ্থ
এৰে মহা মহাজনে।
হেনয় পৰম দুৰ্লভ ধূলিক
পাইলা মাত্ৰ মোৰ লাগ।
জানি লোক সৱা, কোটি জনমৰ,
আছে তান মহাভাগ॥
আমিয়ো কেৰে দেখিলোঁ ৰামক,
কত বা পুণ্যৰ ফলে।
এহি বুলি সবে সঙ্গে ৰাঘৱক,
আছিলন্ত কৌতুহলে।
সভ যত মহা মহা ৰাজাগণ
আছয় বসি সভাত।
ৰামক দেখিয়া সমস্তে ৰাজাৰ
মুখৰ হৰিল মাত॥
ৰাঘৱৰ মহা তেজে ধৰষিল,
হৈল আতি শঙ্কচিত্ত।
প্ৰমত্ত সিংহক দেখি মৃগগণ
হোৱে যেন ভয়ে ভীত॥
নগৰৰ সব আছে যত যত
আছে সব নাৰীচয়।
ৰামৰ অদ্ভুত ৰূপক দেখিয়া
হৈ গৈলা মহা বিস্ময়॥
ৰাম যেহি পথে, ৰামৰ ৰূপত,

পৰি গৈল দৃষ্টিপাত।
পুনৰপি আৰ পালটি নাসয়,
ৰহিল তভি তথাত।।
ৰামক দেখিতে নখণ্ডে তৃপিতি
লাগি গৈল যেন ধ্যান।
অমৃতক যেন পিয়ন্তে পিয়ন্তে
জুৰায় তচু মন প্ৰাণ।।
জনক নন্দিনী দেখিলা ৰামক
ৰূপ আতি বিপৰীত।
ৰামৰ ৰূপত নিমজিল মন,
হৈ গৈল দেবী মোহিত।।
মনত বোলন্ত, কোন নো বিধিয়ে
সৃজিলা ৰূপ ৰামৰ।
কোটি এক কাম দেখো জানো আৰ
ছুহিবেক সমসৰ।।
এহেন্তেসে মোৰ হৈবে নিজ পতি,
কৰিলোঁ মনে নিশ্চয়।
ইহান আগত, দেখো যেন মৰা,
আছে যত ৰাজাচয়।।
ৰামত বিনাই আন পুৰুষক
নৰখিবোঁ কদাচিত।
কিবা কাজে মোৰ পিতৃ কৰিলন্ত
অঙ্গীকাৰ বিপৰীত।।
তথাপি আমক মভজিবোঁ যদি
ধনুত গুণ নপাৰে।
পিতৃৰ বচন ছয় কৰি মই
ভজিবোঁ ৰামৰ পাৱে।।
ৰামৰ নামৰ মৰ্য্যাদা নাহিকে
ইতিনি লোকৰ মাজে।

ইহাক এৰিয়া আন পুৰুষক
ভজিবোঁ কেমন কাজে ॥
মোহোৰ কৰ্মৰ ফলে জানো আনি
ৰামক মিলাইলা বিধি।
অকস্মাৎ যেন দৰিদ্ৰৰ হাতে
উপগত নৱনিধি ॥
ৰামক এৰিয়া কোন অভাগিনী
আনক ভজিবে যায়।
হাতৰ অমৃত এৰি কোন জনী
মৰিবেক বিষ খাই ॥
এহি মতে সীতা দেৱী কৰিলন্ত
ৰামৰ চৰণ সাৰ।
তেজি আন কাম বোলাঁ বাৰ বাৰ
যত লোক সমজ্যাৰ ॥

# ৰাম কৰ্ত্তৃক হৰধনুৰ্ভঙ্গ

## পদ

ৰাম লক্ষ্মণক দেখি জনক নৃপতি।
বিশ্বামিত্ৰ মুনিত পুছিলা মহামতি॥
কিবা নাম আন দুইৰ কাহাৰ তনয়।
মহা ৰূপৱন্ত আতিশয় শুভনয়॥
আপোনাৰ কহিয়ো কুশল আগমন
আজ্ঞা কৰিয়োক কিবা সাধোঁ প্ৰয়োজন॥
শুনি হাসি বিশ্বামিত্ৰ বুলিলা বচন।
এবা দুই দশৰথ ৰাজাৰ নন্দন॥
আন ৰাম নাম সৰ্ব্ব গুণৰ আলয়।
আন নাম লক্ষ্মণ পৰম শুভনয়॥
শ্ৰেষ্ঠ ৰাম কনিষ্ঠ লক্ষ্মণ বীৰবৰ।
জানিবা ৰামক তুমি পৰম ঈশ্বৰ॥
পৰম পুৰুষ হৰি জগত আধাৰ।
ৰামৰূপে ভৈলা পৃথিবীত অৱতাৰ॥
হৰিবা ভূমিৰ ভাৰ ৰাক্ষস সংহৰি।
তযু গৃহে লক্ষ্মী আছে সীতা নাম ধৰি॥
ৰামৰেসে ভাৰ্য্যা সীতা জানা স্বৰূপত।
দিয়োক সীতাক তুমি বিবাহ ৰামত॥
হৈবেক তোমাৰ তেবে পৰম কল্যাণ।
এহি প্ৰয়োজনে আসি আছোঁ তযু থান॥
ত্ৰৈলোক্য বিজয়ী ৰাম মহা ধনুৰ্দ্ধৰ।
ত্ৰিভুবনে নাহিকে ৰামৰ সমসৰ॥
জনক নৃপতি মাতিলন্ত হেৰ শুনি।
মোহোৰ বচন শুনিয়োক মহামুনি॥

নাহি দশৰথ ৰজা পৃথিবীত সম।
তাহান তনয় ৰাম পুৰুষ উত্তম॥
মহা সুকুমাৰ ৰূপ লাৱণ্য প্ৰচুৰ।
ভুৱন মোহন আতি মূৰতি মধুৰ॥
এতে সে নিশ্চয় পতি হৈবন্ত সীতাৰ।
কিন্তু মই এক কৰি আছোঁ অঙ্গীকাৰ॥
মৃগ মাৰি মহাদেৱে হুৱাসে আমাৰ।
এৰি গৈলা ধনুখান যেন বজ্ৰসাৰ॥
তাক ধৰে থৈয়া মই বুলিলোঁ বচন।
ইহাতে লগাইতে গুণ পাৰে যিটো জন॥
তাহাতে বিবাহ সীতা দিবোঁহো নিশ্চয়।
না পাৰিলা গুণ দিবে যত ৰাজা চয়॥
ৰামক দেখিয়া বসি গুণো মনে মনে।
মিছা অঙ্গীকাৰ কৰিলোঁহো কি কাৰণে॥
এতে সে জানিবা বৰ সীতাৰ উচিত।
বিধাতা আনিয়া কৰিলন্ত উপস্থিত॥
মহা উচপিচ মুনি কৰে মোৰ চিত্ত।
না পাৰিবে ৰাঘৱে ধনুত গুণ দিত॥
ৰামক চাহন্তে অঙ্গীকাৰ হেৰুৱাওঁ।
অঙ্গীকাৰ চাহোঁ যেবে ৰামক নাপাওঁ॥
একক চাহন্তে মোৰ অপৰ নঘটে।
বাজিয়া বহিলোঁ মই উভয় সঙ্কটে॥
বিশ্বামিত্ৰে বোলন্ত জনক মহাভাগ।
ইসব চিন্তাক কৰাঁ পৰিত্যাগ॥
কোন বস্তু ধনুখান ৰামৰ আগত।
না জানাহা তুমি ৰামচন্দ্ৰৰ মহত্ত্ব॥
ঈশ্বৰ কটাক্ষে যত ভাঙিবন্ত ৰাখে।
পাইবন্ত সীতাক চিন্তা কৰাঁ কিবা কাজে॥
বুলিলা জনকে বিশ্বামিত্ৰক বুজাই।

কেমনে গুচিবে চিন্তা শুনিয়ো আটাই ॥
ধৰিলেক ধনু মহা মহা ৰাজাগণে।
লৰিবাকো নাপাৰিলা অনেক যতনে ॥
কোমল শৰীৰ ৰাম বয়সত অল্প।
পৰম কঠিন ধনু যেন বজ্ৰকল্প ॥
তাক ধৰি গৈয়া ৰামচন্দ্ৰে কি কৰিব।
আছো গুণ দিবে লাৰিবাকো নাপাৰিবা ॥
ধনুত লগাইবে গুণ ৰামৰ না লাগে।
সমাজত লঘু কেনে হৈব মহাভাগে ॥
অঙ্গীকাৰ লাৰি সীতা দিবোঁহো ৰামক।
কৈত খুজি পাইবোঁ আৰ ইমত বৰক ॥
অজিজ্ঞাসি পূৰ্ব্বতে কৰিলোঁ অঙ্গীকাৰ।
তাক এৰিলাত দোষ নাহিকে আমাৰ ॥
যদি দোষ হুৱে তাক নকৰোঁহো ডৰ।
গুচিবে সকলে দোষ প্ৰসাদে ৰামৰ ॥
শুনি বিশ্বামিত্ৰে হাসি বুলিলন্ত বাণী।
কৰাঁহা সংশয় তুমি ৰামক নাজানি ॥
এন্তে সে ঈশ্বৰ চৰাচৰ জগতৰ।
ধনু ভাঙ্গিবন্ত কোন প্ৰয়াস ৰামৰ ॥
চাহি থাকা জনক নৃপতি কৌতুহলে।
ধনুতে পৰীক্ষা আজি পাইবাহা সকলে ॥
শুনি সীতা মনে কোপ কৰন্ত ঋষিক।
মোহোৰ বিপক্ষ এন্ত আচৰন্ত কিক ॥
অঙ্গীকাৰ লাৰি মোক বিয়া দিবে চান্ত।
ঋষিৰ কাৰণে পিতৃ তাহাক নাপান্ত ॥
ধনু ভাঙ্গিবাক এন্তে বোলন্ত কিসক।
ইহান নিমিত্তে মই নাপাইবোঁ ৰামক ॥
ৰাম মোৰ স্বামী হাতে মিলাইলেক বিধি।
বিশ্বামিত্ৰ হেতু হেৰুৱাইবোঁ নব নিধি ॥

লৱঙ্গ পুতলি যেন সুকোমল তনু ।
হেন ৰামে কিমতে ভাঙ্গিবে বজ্ৰধনু ॥
নালাগে ভাঙ্গিবে ধনু সীতা দেও তাক ।
অঙ্গীকাৰ এৰি বিয়া দিয়োক আমাক ॥
পাচে বিশ্বামিত্ৰ ঋষি বুলিলা বচন ।
শুনিয়োক ৰাম ৰঘুকুলৰ নন্দন ॥
ধনুখানি ভাঙ্গি বিয়া কৰিয়োঁ সীতাক ।
উঠিয়োঁ সত্বৰে ৰাখিয়োক মোৰ বাক ॥
শুনি ৰামচন্দ্ৰে উঠিলন্ত তাহ্মক্ষণে ।
কক্ষালত বস্ত্ৰ কাছিলন্ত বজ্ৰমনে ॥
ঋষিক প্ৰণামি চলিলন্ত ৰঘুবৰ ।
দেখি হাসি তুলিলেক ৰাজা নিকৰ ॥
বৰ বৰ বীৰে নাপাৰিলে লাৰিবাক ।
ভৈলোঁ লঘু লোকে বেঢ়ি হাসিলে আমাক ॥
শিশুমতি হৈয়া তাক প্ৰতিজ্ঞা কৰে আশ ।
হেনসে ইহাৰ জানকীক ভৈল আশ ॥
বিশ্বামিত্ৰ মুনি শুনি চপৰাইলা মাথ ।
আজো ধনু ভাঙ্গিবে নাপাৰে ৰঘুনাথ ॥
অদ্ভুত অশান্তি ঋত্তি মনত সীতাৰ ।
হৰি হৰি বিধি সিদ্ধি নভৈল আমাৰ ॥
হাসিয়া চলন্ত ৰামচন্দ্ৰ মহাবল ।
প্ৰত্যেক ভৰিত মহী কৰে টলমল ॥
প্ৰমত্ত কেশৰী যেন যান্ত মহাশয় ।
দেখি ৰাজাগণ ভৈল পৰম বিস্ময় ॥
ভাঙ্গিল সবাৰ হাসি বিবৰ্ণ বদন ।
সীতা গোসানীৰ মন ভৈ গৈল প্ৰসন্ন ॥
ধনুৰ নিকট গৈয়া চাপিলন্ত ৰামে ।
কৰে চিকমিক সুবৰ্ণৰ চিত্ৰ কামে ।
বাম হাতে লীলায়ে ধৰিলা ধনুখান ।

কেপিলন্ত আকাশক কতোদূৰ যান।
পুছু বাম হাতে ধৰি পৰম নিপুণ॥
নিমিষেকে ধনুত লগাইলা ৰামে গুণ॥
আগত থাপিলা নিয়া তুলি বাম ভৰি।
দিলা টান গুণত দক্ষিণ পাচ কৰি॥
টানন্তে ধনুৰ আগ পাচ নামি আইল।
দেখি সবে ৰজাগণ মাথা চপৰাইল॥
বিশ্বামিত্ৰ মাথা তুলিলন্ত হাস্য কৰি।
ৰামৰ ভৰত থিৰ নোহে বসুন্ধৰী॥
ধনু টানিবাৰ দেখি হৰিষ সীতাৰ।
পৃথিবী কম্পিতে চিন্তা ভৈল আৰবাৰ॥
ভৰি থিৰ নভৈলে নাপাইবে বল গাৱে।
পৃথিবীক কাতৰ কৰিলা সীতা মাৱে॥
মাতৃ বসুমতী কৃপা কৰিয়োক মোক।
থিৰ হয়া প্ৰভু ৰাঘৱক ধৰিয়োক॥
দিগ্‌গজসকল তুমি সবে হৈবা থিৰ।
শুনিয়ো অনন্ত তুমি নালাৰিবা শিৰ॥
হে কূৰ্ম্ম ভালে অনন্তক ধৰিবাহা।
দিগপালসকল স্বামীৰ হৈবা সহা॥
এহি মতে সীতা হয়া আছন্ত আকুল।
পাচে ৰামচন্দ্ৰ জগতৰ আদি মূল॥
গুণগাছ এৰি দিয়া টঙ্কাৰ কৰিলা।
প্ৰচণ্ড শবদে আতি ব্ৰহ্মাণ্ড লৰিলা॥
দশোদিশ ব্যাপি প্ৰতিধ্বনি গৈল ৰবে।
জ্ঞান ভৈল সৰ্ব্বজনে যোলে বজ্ৰ পৰে॥
সাতোখান [illegible] সাগৰৰ লখি গৈল
সপ্তদ্বীপা বসুমতী টলবল ভৈল॥
কাখৰ লৰিল [illegible] ৰামৰ ধনকি।
অনলৰ ভৈল [illegible] অলৰক শক্তি॥

দিগ্‌গজসকল বক্ৰুণ্ড ভূবত্ৰিমান।
মহাত্ৰাসে কম্পিল পাতাল সাতোখান ।।
কম্পিলন্ত অনন্ত যতেক নাগগণ।
কূৰ্ম্ম কম্পি কোকাৰ তেজয় ঘনে ঘন ।।
মেৰু আদি কম্পিল যতেক গিৰিবৰ।
ভয় হয়া কম্পে অতি দেৱাসুৰ নৰ ।।
চৰাচৰ লোক কম্পি কম্পি লৈলা ঠাই।
সমাজৰ লোকৰ চেতন জ্ঞান নাই ।।
কৰ্ণত হানিলা তাল হৃদয় শুকাইল।
পাচে কতোক্ষণে কথমপি ধাতু পাইল ।।
পাচে ৰামে গুণত ধৰিয়া বল দিল।
ঠোকোৰ কৰিয়া ধনু মাজতে ভাঙ্গিল ।।
পুনৰপি প্ৰকম্পিত ভৈল ত্ৰিভুবন।
প্ৰলয় মিলিল হেন বোলে সৰ্ব্বজন ।।
মিথিলাৰ লোক মানে ভৈল পুলকিত।
চেতন লভিয়া পাচে ৰাজাগণ যত ।।
ৰামক নিৰখি মহাভয় চিত্ত ভৈল।
হেট মাথে চক্ষু মুদি মৰা যেন ৰৈল ।।
ত্ৰাসত হৃদয় কম্পে বুদ্ধি নোহে থিৰ।
মনে বোলে নতু দেখি শুনি হেন বীৰ ।।
জানিলোঁ হো এন্তে ৰাম মানুষ নহয়।
দেৱতো উত্তম দেৱ হেন মনে লয় ।।
ৰামচন্দ্ৰে ধনুখান ভাঙ্গি অপ্ৰয়াসে।
হাসি বসিলন্ত গৈয়া বিশ্বামিত্ৰ পাশে ।।
ধৰিয়া ৰামক বিশ্বামিত্ৰ মুনিবৰ।
চুম্বন কৰিয়া প্ৰশংসিলা বহুতৰ ।।
ধন্য ৰামচন্দ্ৰ তুমি বিক্ৰম তোমাৰ।
ৰাখিলা নিমজ্জ মণ হৰিয়া সংসাৰ ।।
ধনু ভাঙ্গিলন্ত ৰামচন্দ্ৰ মহাশয়।

আনন্দে নধৰে সীতা দেৱীৰ হৃদয় ॥
পৰম প্ৰেমত নীৰ বহে নয়নৰ ।
সুপ্ৰসন্ন বিধি বুলি উঠিলা সত্বৰ ॥
সুবৰ্ণৰ পুষ্পমালা হাতে তুলি লৈলা ।
বিষ্ণুক বৰিবে যেন লক্ষ্মী সাজ ভৈলা ॥
সখীগণ মাজ হন্তে বাজ ভৈলা সতী ।
হৰৰ পাশক যেন চলিলা পাৰ্ব্বতী ॥
দিশ পাশ প্ৰকাশিয়া শৰীৰ জলয়ঁ ।
গজেন্দ্ৰৰ পাশে যেন হস্তিনী চলয় ॥
ৰাজহংস জিনি আতি গতি লয়লাস ।
চলি যান্ত ৰতি যেন মদনৰ পাশ ॥
ৰাঘৱৰ নিকট চাপিয়া বৰবালা ।
সাদৰে মাথাত দিলা সুবৰ্ণৰ মালা ।
বৰিল ৰামক আনন্দৰ নাহি পাৰ ।
চৰণত ধৰি কৰিলন্ত নমস্কাৰ ॥
দেখি ৰামচন্দ্ৰে পাচে সীতাক আশ্বাসি ।
আপোনাৰ পাশক চপাইলা প্ৰভু হাসি ॥
প্ৰকাশন্ত সীতা সতী ৰাঘৱৰ পাশে ।
চন্দ্ৰৰ পাশত যেন ৰোহিণী প্ৰকাশে ॥
লক্ষ্মী নাৰায়ণ দুই ভৈল এক থান ।
জগতৰ ভৈল আসি পৰম কল্যাণ ॥
সমস্ত লোকৰ ভৈল পৰম মঙ্গল ।
জয় জয় বুলি জোকাৰন্ত সৰ্ব্বজন ॥
আকাশত থাকি দেৱগণ অসংখ্যাত ।
পুষ্প বৰষিলা ৰাম সীতাৰ মাথাত ॥
দুন্দুভি বজায়া দেৱে কৰে জয় জয় ।
মুখ্য মুখ্য অপেশ্বৰা কাছিয়া নাচয় ॥
ত্ৰিজগত লোকৰ মিলিল মহোৎসৱ ।
হৰ্ষোদিল ছাৰি মত্ত ভণি জয় ৰৱ ॥

সাৰ্থক লভিল ধন যাৰ সীতা সতী।
হৈলন্ত আনন্দ অতি জনক নৃপতি॥
ৰাজাগণে দেখে সীতা ৰামক বৰিল।
বজ্ৰপাত হৈল যেন সবাকে মৰিল॥
সীতাক চাহিয়া সবে ত্যজিল নিশ্বাস।
কি কাৰণে বৰিবেক খাটিলোঁ প্ৰবাস॥
সীতাত নৈৰাশ হুয়া যত ৰাজাচয়।
মহা মৰ্মে সবে ত্যজিলেক লাজ ভয়।
কোপে অপমানে অতি প্ৰজ্বলিত হৈল।
জনক ৰাজাক অতি গঞ্জিবাক লৈল॥

## বাটত পৰশুৰামৰ সৈতে ৰামৰ সাক্ষাত আৰু পৰশুৰামৰ পৰাভৱ

সেহি সময়ত পাচে জমদগ্নি ৰাম।
ধনু ভঙ্গ শুনি কোপে নিকলিল ধাম॥
কমনে ভাঙ্গিল ধনু মোহোৰ গুৰুৰ।
সি জনৰ দৰ্প আজি কৰিবোঁহো চুৰ॥
পৰশু কুঠাৰখান পাৰিয়া কান্ধত।
ভয়ঙ্কৰ ধনুখান ধৰিয়া হাতত॥
ৰাজাৰ সেনাৰ মাজে ভৈলা উপগত।
শৃঙ্গে সমন্বিতে যেন সচল পৰ্ব্বত॥
দুৰ্জ্জয় শৰীৰ ধনুৰ্দ্ধৰ মহাবীৰ।
ক্ৰোধৰ বেগত আতি হুহিকন্ত থিৰ॥
ফুৰাৱন্ত চক্ষু দুই অগনি সমান।
দেখি কটকৰ ভয়ে উৰি গৈল প্ৰাণ॥
বুদ্ধি অন্ধকাৰে নেদেখিয়া দিশপাশ।
পৰশুৰামৰ মূৰ্ত্তি দেখি ভৈল ত্ৰাস॥
কিসে পাইলে বুলি ধাতু শুকতি উৰিল।
চক্ষু জপাই সেনা সবে ভূমিত পৰিল॥
কৈয়া ৰাম বুলিয়া মাতন্ত শীঘ্ৰ কৰি।
ব্ৰাহ্মণৰ চিহ্ন যজ্ঞসূতা আছা ধৰি॥
ক্ষত্ৰিয় লক্ষণ হাতে আছে ধনুখান।
পৰম নিৰ্দ্দয় দয়া নাহি অনুমান॥
পিতৃৰ বচনে কাটি আছয় মাতৃক।
হেন জনে আনক কৰিবে দয়া কিক॥
শিৰে জটাভাৰ গলে ৰুদ্ৰাক্ষৰ মালা।
কটিত বাকলি কৃষ্ণ মৃগৰ মেখলা॥
যক যক দাত লোভা কৰে লোক ঢাড়ি।

গাৱে মল পঙ্ক বনবাসী ৰূপ ধাৰী ॥
হাতে মালা ধৰিয়া জপন্ত সৰ্ব্বক্ষণ ।
উৰুধন্ত ক্ৰোধত দেখিবে যম যেন ॥
ভ্ৰুৰ চালি কপালৰ গাঁঠি শিৰবাই ।
দশন চোবৰা কোপে মাতন্ত গোহাই ॥
গৰ্জিবে লাগিলা আতি নিষ্ঠুৰ বচনে ।
আমাৰ গুৰুৰ ধনু ভাঙ্গিল কমনে ॥
বামহাতে ধৰি ঘোৰতৰ ধনুখান ।
পৃথিৱীৰ ক্ষত্ৰি মাৰি কৰিলোঁ নিৰ্জ্জান ॥
ক্ষত্ৰি হয়া কোন বীৰ পুনৰপি আইল ।
জানিলো নিশ্চয়ে মোৰ বাৰ্ত্তাক নাপাইল ॥
মোৰ কথা শুনি ক্ষত্ৰি নাম কোন ধৰে ।
হেনমতে ভয় দিলো সাধক নকৰে ॥
এবে কোন জনে মোক নগণে মনত ।
এতিক্ষণ থিৰ হৌক মোহোৰ আগত ।
ৰৌদ্ৰে ৰৱৰৱে আহি পৰিবা আড়ৰ ।
থুথুকা মস্তক ভাঙ্গি মুনিৰ কৰৰ ॥
আজি যেবে জীৱ লৈয়া যায় মোৰ আগে ।
তেবে গৈয়া বীৰক কহোক যত লাগে ॥
শুনি দশৰথ ৰাজা গুণন্ত মনত ।
ভৈলোঁ বৃদ্ধ আমাৰ শৰীৰ আশক্ত ।
দেখিয়া দুৱাল নিজ পুত্ৰ চাৰি খানি ।
বিপৰীত চিন্তা লভিলন্ত মহাৰাণী ॥
যাৱে সমে আমি যদি আছোঁ দুই বীৰ ।
তেবে কি কৰিবোঁ আজ দুৰ্ব্বল শৰীৰ ॥
বিপাকে ঠেকাইলা আনি বিধাতা আমাক ।
বিবাদে নপৰি আজ বোলোঁ প্ৰিয় বাক ॥
এহি বুলি পৰশুৰামক নৰনাথে ।
পাদ্যে অৰ্ঘে পূজি চৰণত ধৰি হাতে ॥
স্তুতি নতি প্ৰণতি বোলন্ত দশৰথ ।

তথাপিতো দয়া তাৰ নোপজে মনত ॥
হাতে ঘোৰ ধনু ধৰি চক্ষু পকাই চান্ত।
বাঘে যেন গৰ্জিয়া ৰামক ধায়া যান্ত ॥
দেখি ৰামচন্দ্ৰে মুখে অল্পহাস্য কৰি।
পৰশুৰামৰ আগ ভৈলা ধনু ধৰি ॥
জমদগ্নি ৰামে শ্ৰীৰামক দেখিলন্ত।
কৰিয়া তৰ্জ্জন পাচে বাক্য বুলিলন্ত ॥
নাজানাহা ৰণ কিছু ছৱাল বাপ্পাৰ।
জানো তুমি কথা নতু শুনাহা আমাৰ ॥
পৰশুৰাম নাম মোৰ বিদিত সংসাৰ।
নিক্ষত্ৰি কৰিলোঁ মহী তিনি সাতবাৰ ॥
ক্ষত্ৰিয়ৰ নিমিত্তে সাক্ষাত মই যম।
সম্প্ৰতি আছোঁহো মই পৰিয়া নিজম ॥
ডাকিয়া আনিলা মোক দেখায়া দৰ্পক।
দাণ্ডি দিয়া জগাইলাহা কাহাল গোমক ॥
কুপিত সিংহৰ আগে পেলাইলাহা গায়।
আনিলা যমক যেন দিয়া হাত বায় ॥
মই অন্তকৰ কোপ তুলিলা কিসক।
শিশু হয়া কৰাঁ কেনে দুৰ্ঘোৰ কৰ্ম্মক ॥
ধনু ভাঙ্গি যশ বৰ লভিলা ভাঙ্গৰ।
উপাৰিয়া শৃঙ্গ যেন মেৰু পৰ্ব্বতৰ ॥
কাৰ বৰ পায়া তুমি কৰা হেন কৰ্ম্ম।
আমাৰ গুৰুৰ ধনু ভাঙ্গি দিলা মৰ্ম্ম ॥
জানিলোঁ কৰিলা গুৰু সেৱত ভকতি।
তুহি কেন মতে হৈব ই দুৰ শকতি ॥
ত্ৰিভুবনে পৰম উজ্জ্বল ৰাম নাম।
নাহি সংসাৰত ইতো নামক উপাম ॥
সেহি ৰাম নাম ধৰি আমাৰ প্ৰকাশ।
হেন নাম লৈলা তুমি কৰি অভিলাষ ॥

বোলা ৰাম নাম জানে মোৰ হৈবে খ্যাতিগ
আমাক বিজয় তুমি কৰিলাহা আজি ॥
বৰ তেজৱন্ত বীৰ হৈলাহা অধিক।
কৰিবাহা পূৰ্ণ তুমি আমাৰ কীৰ্ত্তিক ॥
ত্ৰিজগত লোকে জানে মোৰ বিক্ৰমক।
ক্ষত্ৰিয়ৰ নামে মই সাক্ষাতে অন্তক ॥
নাপাৰোঁ জিনিবে যেবে তোমাক ৰণত।
নিষ্ফল জীৱন মোৰ হৈতো সংসাৰত ॥
জনকৰ ঘৰে ভাঙ্গি গচা ধনুখান।
তাতে বোলা নাহি মোত মুনিৰ সন্মান।
মই চূৰ কৰিবোঁ তোমাৰ গৰ্ব্ব যত।
পৰিলা চেঙ্গেলি আজি বুঢ়াৰ হাতত ॥
ৰহি আছা বৃক্ষ যেন সজীৱ জীৱত।
অলপতে পৰে শিক্ষা নাহিকে জগত ॥
হোৱা যদি ৰাম তুমি বীৰ অদ্ভুত।
লগাইয়োক গুণ দেখোঁ আমাৰ ধনুত ॥
তেবেসে মুনিহ বুলি জানোহো সাক্ষাত।
বিনা যুদ্ধে জয় মই মানিবোঁ তোমাত ॥
তাক দেখি ৰামচন্দ্ৰে লাগিলা হাঁসিতে।
ধনু দেখি দশৰথ হৈলা ভয় ভীত ॥
প্ৰসন্ন বদনে ৰামে বুলিলা বচন।
শুনিয়োক ঋষি জমদগ্নিৰ নন্দন ॥
ঋষি ধৰ্ম্ম অনুসৰি আছা মহাজ্ঞান।
আমাত তোমাৰ কেনে এত ৰাগ ৰাগ ॥
ক্ষমাসে উচিত ধৰ্ম্ম হোৱয় তোমাৰ।
কিসক কৰিলা তুমি তাক পৰিহাৰ ॥
ধৰ্ম্ম এৰি অধৰ্ম্ম কৰয় কিতো নৰ।
তাক দণ্ড কৰিবে লাগয় ক্ষত্ৰিয়ৰ ॥
ব্ৰাহ্মণত জন্ম ধৰ্ম্ম ধৰিবা কৰিব।

তাক এৰি ধৰ্ম্ম কেনে আচৰঁা ক্ষত্ৰিয় ॥
শম দম দান দয়া ক্ষমা তবু ধৰ্ম্ম।
ক্ৰোধ অহঙ্কাৰ আদি ক্ষত্ৰিয়ৰ কৰ্ম্ম ॥
কৰিলাহা তুমি সিতো ধৰ্ম্ম বিপৰ্য্যয়।
বিচাৰত দণ্ডিবাক তোমাক লাগয় ॥
ভাঙ্গিলোঁহো ধনু আমি গুৰুৰ তোমাৰ।
ক্ষত্ৰিয়ৰ ধৰ্ম্ম ইতো উচিত আমাৰ ॥
কোন দোষে কৰঁা তুমি আমাৰ বিৰোধ।
ঋষিৰ তোমাৰ কেনে এতমান ক্ৰোধ ॥
জ্ঞান শূন্য হুয়া অধৰ্ম্মত প্ৰবৰ্ত্তিলা।
তাল তৈল আসি মোৰ আগত মিলিলা ॥
কৰোঁ আজি তোমাক উচিত প্ৰায়শ্চিত্ত।
যেন আন জন অধৰ্ম্মত নেদা চিত্ত ॥
ধৰ্ম্মহীন হুয়া দৰ্প কৰঁা মোৰ আগে।
অৱশ্য তোমাক দণ্ড দিবে মোৰ লাগে ॥
ভাঙ্গো আজি সকলে তোমাৰ মিছা টোল।
বুজা কেন মত শিশু ক্ষত্ৰিয়ৰ বল ॥
তুমি কেনমত বীৰ পৰীক্ষাক চাওঁ।
তুহি যেবে বোলা ক্ষমা কৰিয়া পঠাওঁ ॥
যদ্যপি আমাৰ মুনি নোহে ক্ষমা ধৰ্ম্ম।
বৃদ্ধ দেখি তোমাক লাগয় মোৰ মৰ্ম্ম ॥
বাপোক গৃহক গুৰু দিলোঁহো বিদায়।
তথাপিতো যদ্যপি তোমাৰ ক্ষমা নাই ॥
মোৰ দোষ নাহি তেবে কৰোঁ যতপত।
কৰোঁ চূৰ সকলে তোমাৰ গৰ্ব্ব যত ॥
তোমাৰ ধনুৰ বল বখানা মহন্ত।
বল বুজি চাওঁ ধনুখান কেনমত ॥
ইহাত লগাইবে গুণ জান যদি বাণা।
লগাইবোঁহো গুণ মই মোক দিয়া আনা ॥

সূৰ্য্য আগে নাহি যেন চন্দ্ৰৰ প্ৰকাশ ॥
অন্তকালে যেন নক্ষত্ৰয় দিনকৰ।
গৰুড়ৰ আগে দৰ্প হৰয় সৰ্পৰ ॥
জমদগ্নি সুত ৰাম ভৈলা সেহি মত।
লোক বিদ্যমানে লঘু ভৈলা অতিশয় ॥
যম হেন সাক্ষাতে দেখন্ত ৰাঘৱক।
মাৰিবন্ত শৰ বুলি লাগিল চমক ॥
দেখি ৰামচন্দ্ৰ অতি ভৈলা দয়াযুত।
হাসিয়া বোলন্ত শুনা জমদগ্নি সুত ॥
আসিলাহা ধায়া তুমি আমাক মাৰিত।
জানিলোঁ হো তোমাৰ কঠিন বৰ চিত ॥
ঋষি হয়া ভৈলা তুমি এতবা নিৰ্দ্দয়।
তোমাক মাৰিবে মন আমাৰ নলয় ॥
ৰাখিলোঁ তোমাৰ প্ৰাণ নকৰিবা ভয়।
কিন্তু মোৰ বাণ জানা অমোঘ নিশ্চয় ॥
কদাচিতো বৃথা বাণ নুহিকে আমাৰ।
কহিয়োক তোমাক হেলিবোঁ কোন ঠাৱ ॥
শুনিয়া ৰামৰ মায়াযুক্ত বচন।
বোলন্ত বিনয় জমদগ্নিৰ নন্দন ॥
চিনিলোঁ তোমাক বুলিত মই আমি।
তুমিসে ঈশ্বৰ জগতৰ অন্তৰ্যামী ॥
ভৈলা অৱতাৰ তুমি আসি মনুষ্যত।
তোমাৰ অধীন ইতো সকলে জগত ॥
তুমিসে ঈশ্বৰ মিঠৈ জানিলোঁ সাক্ষাত।
আমাৰ বিক্ৰম যাই লাগিল তোমাত ॥
জগতৰ আত্মা তুমি পুৰুষ পুৰাণ।
হাৰিলোঁ হো তোমাত বিলোক প্ৰাণদান ॥
কৰিলাহা লোক জ্ঞান ধায়া আক্ৰোশন।
শুনিয়োক মোৰ এবে কৰুণ উত্তৰ ॥

নাহিকে স্বৰ্গত কিছু মোৰ প্ৰয়োজন।
সবে হানি প্ৰভু স্বৰ্গ পথ কৰা ছন॥
তযু অংশে আমি হয়া আছোঁ অৱতাৰ।
আমাতে আছিল তযু পৃথিবীৰ ভাৰ॥
আপুনি যেকত আসি ভৈলাহা সাম্প্ৰত।
গুচাইলাহা আপুনি আমাৰ ভাৰ যত॥
সজ্জনক পালি সংহৰিবা দুষ্ট যত।
তীৰ্থ কৰি ফুৰোঁ মই তযু প্ৰসাদত॥
নযাইবোঁ স্বৰ্গক নিষ্ঠে বুলিলোঁ বচন।
কৰিয়োক মোৰ স্বৰ্গ পথ নিবাৰণ॥
শুনি ৰামচন্দ্ৰে পূৰ্ব্ব দিশে মুখ দিলা।
পৰশুৰামৰ স্বৰ্গ পথক ছেদিলা॥
শ্ৰীৰামৰ কীৰ্ত্তি প্ৰকাশয় সংসাৰত।
অদ্যাপিও ৰামশৰ দেখিয়ো স্বৰ্গত॥
পৰশুৰামক ৰামে কৰিলা আশ্বাস।
মোৰ বাণ দেখি ঋষি ভৈলা মহাত্ৰাস॥
ক্ষত্ৰি জাতি আমাৰ দাৰুণ বৰ হিয়া।
পালোঁ অঙ্গীকাৰ ব্ৰাহ্মণক দুখ দিয়া॥
মৰষিবা সকলে আমাৰ ইতো দোষ।
কৰোঁ হাতযোৰ নকৰিবা অসন্তোষ॥
শ্ৰীৰামৰ ভকতি দেখিয়া অতিশয়।
হৰ্ষ ভয় ভক্তি ভৈল প্ৰসন্ন হৃদয়॥
বুলিলা পৰশুৰামে বচন মধুৰ।
অজ্ঞানতে কৰিলোঁ বচন নিষ্ঠুৰ॥
বেদ মহা শক্তি তুমি পুৰুষ উত্তম।
দেখিলোঁ সাক্ষাতে আজি তোমাৰ বিক্ৰম॥
তথাপি কৰাইলা তুমি আমাক প্ৰসন্ন॥
ধন্য ধন্য ৰাম ৰঘুকুলৰ নন্দন॥
শান্ত হয়া প্ৰসন্ন কৰাইলা মুনি মতি।

তুমিও সন্তুষ্ট হৈবা আমাৰ ভকতি ॥
শুনিয়োক ৰাম বোলে শুকৰুণ বচন।
অনাদি ঈশ্বৰ তুমি সত্য সনাতন ॥
তুমি নিত্য নিৰঞ্জন পুৰুষ পুৰাণ।
জগতৰ পতি তুমি বিনে নাহি আন ॥
তোমাত ভকতি মোৰ সততে থাকোক।
যাওঁ তপোবনে মোক বিদায় দিয়োক ॥
এহিমতে তুয়োজন জগত ঈশ্বৰে।
কৰিলন্ত লীলা নজানিলা একো নৰে ॥
দুইহাস্তৰ সবাদ বিবাদ যত যত।
চাহি আছে লোক সবে বিস্ময় মনত ॥
অনন্তৰে বিদায় লইয়া শ্ৰীৰাঘৱ।
গৈলন্ত পৰশুৰাম হৰিষ মনত ॥
দশৰথে দেখি আতি বিক্ৰম ৰামৰ।
মনত হৰিষে প্ৰশংসিলা বহুতৰ ॥
ধন্য ধন্য পুত্ৰ তুমি ভৈলাহা আমাৰ।
ৰহিল তোমাৰ যশ জুৰিয়া সংসাৰ ॥
আসিলা পৰশুৰাম শেদি যেন যম।
তাহাকো জিনিলা ৰণে কৰিয়া বিক্ৰম ॥
সাধু সাধু ৰাম তুমি বংশৰ তিলক।
গলে বান্ধি খাজা ধৰিলন্ত ৰাঘৱক ॥
উপজিল প্ৰেম তনু ভৈলা পুলকিত।
পাইলেক সন্তোষ যেন পিয়ন্তে অমৃত ॥
আকাশত দুন্দুভি ভৈলন্ত দেৱগণে।
অৰ্চিলা ৰামক আতি পুষ্প বৰিষণে ॥
দেখিলা জানকী বৰ বিক্ৰম ৰামৰ।
ভৈলন্ত তুলিতি ৰোমাঞ্চিত কলেৱৰ ॥
বিশ্বামিত্ৰ বশিষ্ঠ প্ৰমুখ্যে মুনিগণে।
পূজিলন্ত ৰাঘৱক প্ৰশংসা বচনে ॥

পুত্রগণ সহে রাজা পাইলা অন্তঃপুর ॥
কৌশল্যা সুমিত্রা সতী সুন্দরী কৈকেয়ী।
কন্যাগণ সহে দীপ ঘট হাতে লই॥
তিনি মহাদেবী নানা মঙ্গল আচরে।
সিঞ্চি দূর্ব্বাক্ষত পুষ্প উকলি জোকারে॥
ফিরে ফিরে আসি পাছে তিনি পাটেশ্বরী।
আপোনার পুত্র বোহারীর হাতে ধরি॥
নানা ব্যবহারে গৃহ করাইলা প্রবেশ।
পুত্রবধূ দেখি পাইলা আনন্দ অশেষ॥
সীতার দেখিয়া রূপ কৌশল্যা দেবীর।
অমৃতর পানে যেন জুড়াইল শরীর॥
চারি কুমারর বিহা হৈল একেবারে।
দেখিয়া আনন্দ অতি মিলিল সবারে॥
নানা নৃত্য গীত বাদ্য বাজন বজাইল।
রামক সীতাক লোকে দেখিবাক আইল॥
দুইজনর রূপ অতি দেখি বিপরীত।
নয়ন ভরিয়া যেন পিবয় অমৃত॥
জিলা জানি লোকে যত যৌতুক অপার।
সুবর্ণ রজত যত বস্ত্র অলঙ্কার॥
রাজাগণ আইলা লৈয়া যৌতুক সম্ভার।
নানা রত্নে ভূপতির ভরাইলা ভাণ্ডার॥
দশরথে সবতকে প্রকারে রক্ষিলা।
বস্ত্র অলঙ্কার পুষ্প চন্দনে তুষিলা॥
চারিয়ো পুত্রক সমুচিতে রক্ষা দিলা।
হস্তী ঘোরা রথ রাজ্যে মন সন্তোষিলা॥
অনায়াসে হৈল বিহা চারিও পুত্রর।
সকল কৃতার্থ মন হৈলা নৃপবর॥
ভনিলেক [illegible] আদিকাণ্ড।
রামর চরিত্র যেন অমৃতর ভাণ্ড॥
সংসার মধ্যত ইটি মহা ধর্ম সার।
বোলা রাম রাম মুখে তরিবা সংসার॥

# দ্রৌপদীর বিলাপ

দ্রুপদ নন্দিনী মনে গুণি, স্বামীসকলর বাক্য শুনি,
রাজহংস গতি চলি যায় ধীরে ধীরে।
যথাতে আছয় দেব হরি, নৃপতিসকলে সখ্য করি,
তথাতে চলন্ত তিতি নয়নর নীরে।
নেতর বসন পরিধান, মাথাত মালতী করে ম্লান,
প্রবাসর কষ্টে তনু হৈলা অতি ক্ষীণ।
বিরাট বিপত্তি মনে স্মরে, শোকে নয়নর নীর ঝরে,
পূর্ণচন্দ্র যেন কলঙ্কে হৈলা মলিন।
মাধবর গৈয়া সমীপত, দ্রুপদ নন্দিনী উপগত,
মাথে বজ্র দিয়া বচন বুলিলা শোকে।
দেখা দেখা মোক দামোদর, অনাথিনী নাই মোত পর
দেখিলা বিপত্তি কুরুসমাজর লোকে।
চুলে ধরি দুঃশাসন বাধে, ধৃতরাষ্ট্র সভার আগে,
হসাইলে মোক অনাথিনী পরবায়।
পাণ্ডপতি মোর সেই থানে, বিরাট বিপত্তি হৈলমানে,
আগতে আছিলা শাস্তাবিনী জ্যেষ্ঠ পাত।
পাণ্ডপতি সবে পাশা জিনি, দাসী করিলেক দুর্যোধনি,
লাজ করিলেক ভীষ্ম সভার আগে।
সি বেলাত মোর নাহি আন, তোমার চরণ করি ধ্যান,
নারায়ণ নাম স্মরিলোঁ অনুরাগে।
তেরে সমস্তরে দিলা বর, পাণ্ডাপুত্রর ধন পদ,
উদ্ধার করিলোঁ পাণ্ডপতি সবে মাগি।
কৌরবে আলচি করি সার, পাণ্ডাপুত্রর বনবাস,
ছলাই খেদিলা মোর অবশ্যক লাগি।
সিটো কৌরবর অপমান, বিরাট বিপত্তি হৈল মান,

ভীমৰ বচনে আনক দিলা বঢ়াই।
ধৰ্ম নৃপতিৰ অভিপ্ৰায়, তুমি যাইবা কৌৰৱৰ ঠাই,
সাম্যতা বচন বুলিবা গৈয়া বুজাই ॥
ই বেলি কৌৰৱে আন এৰি, আমাক মাৰিবে ভুইত পুৰি,
তেবে পৰাক্ৰম ভীমৰ সিজে যৰাই।
ধিক্কাৰ ভীমৰ বাহুবল, ধিক অৰ্জ্জুনৰ ধনু শৰ,
ক্ষত্ৰিয় জাতিৰ হেন শোকাতুৰ তনু।
অসমৰ্থ ভৈলে দোষ নাই, নপুংসক ভৈলা পাঞ্চ ভাই,
লোৱা দামোদৰ আসম্বাৰ পাঞ্চধনু ॥
দ্ৰুপদ ৰাজাৰ বিদ্যমানে, যজ্ঞবেদী আতি শুদ্ধ থানে,
জনম লভিলোঁ। দ্ৰুপদে তুলিলা মোক।
ধৃষ্টদ্যুম্ন আদি মোৰ ভাই, পিতা দ্ৰুপদে বৰ চাই,
সজ সিদ্ধ কুলে বিবাহ দিলন্ত মোক ॥
যাৰ সুকোমল বাক্য সাধু, পাণ্ডু নৃপতিৰ কুলবধূ,
প্ৰিয়ভাৰ্য্যা ভৈলোঁ। পাঞ্চ ভাই পাণ্ডৱৰ।
তুমি যাৰ সখি গদাপাণি আমি অসমৰ্থ কোন মানি,
গুণি চোৱা দুখ কোন গুণে হীন পৰ ॥

# পুৰা

গহীন পুৱঁতী নিশা। নিতাল জগত।
কতো নাই জোনাকৰ চিন।
নিমাত বিশ্বৰ বাঁহী, নিজম চেতনা;
সুৰ ভুলা জীৱনৰ বীণ।
জীৱনৰ যুঁজ এৰি, কাম-কৰ্মী, দুখো
শঁতাইছে যুঁজৰ তাপৰ,
বিয়াপি অসীম বিশ্ব, প্ৰভাৱ-প্ৰতাপ
গতিহীন স্থিতি জগতৰ।
কোনোবা দেশৰ পৰা বীৰ সোঁত বলি
আহিছে এখনি সুৰ বৈ,—
ঝিনিকি ঝিনিকি এটি নীৰৱ কবিতা
বাজিছে বুকত বৈ বৈ।
জোনাক জোনাক বুলি জীৱন বিচাৰি
প্ৰভাৱত প্ৰকৃতি আতুৰ;
জোনাক জীৱন খুজি ওপঙি ফুৰিছে
সিহঁত আকুল এই সুৰ।
কাতৰ সুৰত পৰি নিয়মবিধাতা,
প্ৰকৃতিৰ প্ৰবোধি মনক,
দিবলৈ মনে মনে জোনাক-বাৰুণী,
পাচিছে পুৱাৰ বতাহক।
স্বৰ্গৰ বাতৰি পাই অপেক্ষি জোনাক
প্ৰকৃতিৰ উজ্জ্বল চিত;
বলিছে শীতল বায়ু, নাচিছে লতাই,
ফুলকলি হাঁহিছে খুলিত।
দ্যুতিমান জোনাকৰ "সোণোৱালী বেশ

লাহে লাহে তৈয়াম নামিছে;
সৃষ্টি-পাতনিৰ সেই জীৱন্ত ছবিটি
ঘূৰি আহি ভুমুকি মাৰিছে।
লোকালোক সাগৰত উটিবুৰি ফুৰা
জীৱনৰ পৱিত্ৰ ভাবটি;
এথা আলো এথা হাঁত, ফুলোঁ ফুলোঁ কৰি
প্ৰকৃতিক ধৰিছে সাৱটি।
জিলিকনি এটা আহি পদুম বনত
সৰগৰ বৰণ ঢালিছে;
অকলশৰীয়া ছুটি পদুম কলিয়ে
চুমা খাই হালিছে-জালিছে।
সৰ্গৰ জেউতি দেখি ৰাজহাঁহ জুৰি
প্ৰেমৰ আলচ ভুলি গৈ,
চিত্ৰৰ পুতলি প্ৰায় আছে থৰ লাগি
ইটিয়ে সিটিক চাই ৰৈ।
আকৌ ঘূমটি তেজি নিজম চেতনা
লাহে লাহে সজাগ হইছে;
সাহৰা সুৰটি ঘূৰি মজাৰৰ গুণে
বীণধ্বনি হাতত লইছে।
ধৈৰ্যা অনন্ত কাল আমৰ পোহৰ
জ্যোতিৰ্ময়ী জোনাকী সবিতা।
বজোৱা অনন্তকাল পঞ্চমত তুলি
বীণাপাণি কোমল কবিতা।

# জীৱন-সঙ্গীত

শোকৰ কবিতা ৰচি, দুধাৰি চকুলো মচি,
নকৰা জীৱন মিছা নিশাৰ সপোন।
অসাৰ সংসাৰ ভাই, ইয়াত সকাম নাই,
মোহময় মায়াময় সকলো মাথোন।।
পুত্ৰ-কন্যা পৰিবাৰ, কোন তব তুমি কাৰ,
বুলি হেৰা অকাৰ্য্যত নকৰা বেজাৰ।
কলাধুমটীয়া হই, আতমা যে আছে ৰই,
জানিবা মৰণ নাই এই আতমাৰ।।
অস্থায়ী মানৱ দেহা, কৰিম দুদিন বেহা,
ফুৰিম দুদিন মাথোন সংসাৰ-হাটত।
দুদিনৰ অন্ত হ'লে, আয়ুস ঢুকাই গলে,
সুন্দৰ দেহাৰ ঠাই শেষ শ্মশানত।।
চকু, কাণ, নাক যাব, হাড়, ছাল সাং হব,
মাটিৰ মানুহ তুমি মাটিত মিলিবা।
অবিনাশী নিত্যধন, অমৰণ অন্তগন,
অনন্ত উন্নতিশীল আতমা জানিবা।।
সদায় চকু-লো টোকা, দুখত মগন থকা,
ভোগ, সুখ, জীৱনৰ উদ্দেশ্য নহয়।
এনে ভাবে কাম কৰা, দিনে যেন আগ বাঢ়া,
প্ৰতি দিনে খোজ যেন আগলৈহে যায়।।
পল পল দণ্ড কৰি, সময় গৈছে উৰি,
পাখিলগা ৰথৰ নিচিনা অবিৰাম।
বহুত আছে পৰি, সময় তাকৰ অতি,
কৰিব লগীয়া আমি আছে বহু কাম।।
দিন যায়, আহে ৰাতি, আয়ুস গৈছে টুটি,

নাহে নাহে চমু চাপি আহিছে মৰণ।
সংসাৰ যুঁজৰ ঠাই, শুৱৰ সকাম নাই,
কাচি-পাৰি যুঁজা সবে কৰি প্ৰাণপণ॥
এলাহ-নিহলি হোৱা, বীৰ-বেশ পাত লোৱা,
নহবা মৰাৰ প্ৰায় মানুহৰ সন্তান।
নহবা গৰুৰ দৰে, খুচিলেহে খোজ ধৰে,
ৰণত বীৰেন্দ্ৰ বুলি হোৱা খ্যাতিমান॥
কল্পনা-চকুৰে চোৱা, যেনে কি সুন্দৰ পোৱা
নকৰিবা দূৰ ভৱিষ্যক পতিয়ন।
অতীত মৰিল গ'ল, তাৰ কথা অন্ত হ'ল,
মনৰ পৰাই তাক কৰা বিসৰ্জন॥
যিহকে আগত পোৱা, ততালিকে কৰি লোৱা,
জীৱন্ত জাগ্ৰত বৰ্ত্তমান সময়ত।
সাহক সাৰথি কৰা, কৰ্ত্তব্যৰ পাছে লৰা,
ঈশ্বৰ করুণাময় আছে ওপৰত॥
মহা মহা পুৰুষৰ, চাবেকীৰে জীৱনৰ,
আমিও কৰিব পাৰোঁ জীৱন গঠিত।
অভিনয় শেষ হ'লে, জীৱনৰ অন্তকালে,
থই যাব পাৰোঁ খোজ সময় বালিত॥
কেতিয়াবা হব পাৰে, কোনো দুৰ্ভগীয়া নৰে,
জীৱন সমূদ্ৰ মাজে নাও বুৰ গই।
অঠাই পানীত পৰি, কক্‌বক্ কৰি কৰি,
চউৰ কোবত ধৰি আহি পাৰ পায়,
দেখি সেই খোজবোৰ, হব তাৰ আশা জোৰ,
সাহ কৰি খোজে খোজে খোজ লব পাবে।
তেনেহলে বন্ধু ভাই, ভয়ৰ সকাম নাই,
অপূৰ্ব্ব কৈতাতি চোৱা 'উন্নতি' দিবে॥
শিক্ষা সবে পৰিশ্ৰম, শিকাহে নীতি ধৰম,
নেতাবিবা সুখ দুখ কিনো কপালত।
কৰ্ত্তব্যৰ পাছে লৰা, জন্মগত কাম কৰা,
ফলাফল ফলদাতা বিষ্ণুৰ হাতত॥

# ধুমুহা

মুকলি হিয়াৰ মুকলি দুৱাৰ,
কত ভাৱ আহে যায়;
কল্পনা-বিহাৰী, কল্পনা নগৰী,
নিকুট বাঁহীটি বায়।
অতীত ভৱিষ্য, চকুৰ অদৃশ্য,
দুখনি সুন্দৰ থান;
স্মৃতিৰ পৰ্ব্বত, কল্পনা-পৰ্ব্বত,
জোৰেছি মিলন তান।
সোঁৱৰণী পট, আনন্দ জগত,
মধুৰ মিলন কথা;
ভৱিষ্য মূৰতি, আশাৰ ছবিটি,
মৰমে মৰমে গাঁথা।
পাহৰা সঁৱৰি, বিমানত চৰি,
উঠি বুলি দূৰে মন;
আকাশী মন্দৰ, সাজি সুখ ঘৰ,
আকুল উদাস প্ৰাণ।
নিৰ্ম্মল আকাশ কত হাবিয়াস,
শিশিৰ মুকুতা মণি;
স্বৰ্গ অপেশ্বৰা আপোন পাহৰা,
তুলিছে আনন্দ ধ্বনি।
সুখ গীত শুনি, তাৰে তাৰ টানি,
ওপজি দুখিৰ দেখি,
যাই তাৰ দুৰি, ম'ৰাচালি ধৰি,
উঠিল বিচাৰি সখী।
অকলশৰীয়া, প্ৰাণ মতলীয়া,
থাকোঁতে ধেমালি চাই;
সংসাৰ ধুমুহা নাই উৰাইছিলে
আহিল ধুলি উৰাই।
মুকলি হিয়াৰ কপালে দুৱাৰ
কৰ, তাৰ খিল কেলি!
তাকনি চকুত, বন্ধ্যা, হৃদয়,
—এয়ে সুখ শাৰলি!

# নববর্ষ

১

নব বরষর নবীন সঙ্গীত
জাগত হইছে ধ্বনি,
দূর ভবিষ্যর আশার বেণুটি
শুনা যায় রিণি রিণি।

২

অসীম অনন্ত কালর সাগর
অনয় সজনা ঠাই,
মরণ ক'ডলা নিয়ো অগোচর
আগ ভবি একো নাই।

৩

অনন্ত সাগর গরজিছে সদা,
ঢৌর ওপরে ঢৌ,
ভাবে এটি ঢৌ যাব গ'ল আজি,
কাজত একোকে নষ্ট।

৪

আশার মোহন মূরতি জাগত
হিয়াত করি থাপন,
নববরষক নবীন উছাহে
আজো করি আবাহন।

৫

পূঁরতী নিশার ফুলিয়ে পুরাতে
মঙ্গল উরুলি গাই,
নব বরষর দিলেহি আদরী
সময় ভোঁরর নাই।

৬

হেঙুলি বেলিৰ নতুন কিৰণে
গগণ উজলা কৰে;
বন-দেৱী সৱে ফল-ফুল আনি
তোমাৰ যোগান ধৰে।

৭

ঘৰ বাৰী মচি গৰু-গাই ধুই,
নতুন কাপোৰ লই,
নতুন ভোজেৰে উৎসৱৰ মাজে
(লোকে) আশিষ আনিছে পই।

৮

সৰগ, মৰত, প্ৰকৃতি, মানুহ
সকলো আনন্দময়,
মেঘে মেঘে মিলি সাৰটা সাজি,
জগত কবিতাময়।

৯

চাওঁতে চাওঁতে পল পল কৰি
যাদৰে মেলানি ললে,
সৰিৎ, সাগৰ, আকাশ, পৃথিৱী
বিদায় সঙ্গীত গালে।

১০

চাওঁতে চাওঁতে এখোজ বঢ়ালে
নৱল দেশৰ পিনে,
জীৱন যুৱতী মেলি এবে চোৱা,
হাহিল জিলিকি কোণে।

১১

নতুন তেজেৰে নতুন বলেৰে
নতুন উমাহি লই,
প্ৰতি মুহূৰ্ত্তে আগবাঢ়া বঢ়া,
অতীত নিমিষে ঠাই।

১২

জগতে ঈশ্বৰ দয়াময় পিতা
জগত মানুহ ভাই;
বুকে সাহ বান্ধি কওঁ সকলো,
জগত জিনিব পাই।

১৩

কুল্ কুল্ কুল্ বইছে জুৰিটি
সদাই সিন্ধুৰ ফালে,
আমি কি মানুহ নিজ লক্ষ্য লই
যোৱাম কোনোবা ফালে?

১৪

নীল আকাশত হাতীপটি মাজে
তৰাই পাতিছে থূল,
সেই বুলি মোকো ভৰাই নকৰে
আপোন লক্ষ্যৰ ভুল।

১৫

নতুন বছৰে দিছে সোঁৱৰাই
আমাক আপোন কাজে,
নতুন উছাহে হওঁ ব'লা সবে
বিজয়ী জগত মাজে।

১৬

সৌভাগ্য বেলিৰ হিৰণ কিৰণ
পূবত ফুটিছে শোভা,
হাতত পতাকা লই ব'লা সবে
উদাত্ত সঙ্গীত গোৱাঁ।

□ □ □